# উপেক্ষিত যৌৱন মোৰ

(ফৰাচী লেখিকা Catherine Arley ৰ বিখ্যাত উপন্যাস
Woman of Straw ৰ অসমীয়া অনুবাদ )

অনুবাদক

শ্ৰীপ্ৰসন্নকুমাৰ শৰ্মা

নতুন অসম

ভাষা আৰু সাহিত্যৰ বিশিষ্ট প্ৰকাশক

C/o. বাণীপ্ৰকাশ মুদ্ৰণী প্ৰাঃ লিঃ

উদ্যোগ পাম ঃ বামুণীমৈদাম

গুৱাহাটী — ৭৮১ ০২১

## প্ৰথম সংস্কৰণ
## অনুবাদকৰ কথা

বিখ্যাত ফৰাচী লিখিকা Catherine Arley ৰ ৰচিত উপন্যাস Woman of Straw ৰ সংক্ষিপ্ত সংস্কৰণ ৰিডাৰ্চ ডাইজেষ্ট এচছিয়েছনে উলিয়ায়। তাৰপৰা কিতাপখন অনুবাদ কৰা হৈছে।

Woman of Straw ৰ শ্ৰুতিমধুৰ প্ৰতিশব্দ এটা বিচাৰি উলিয়াব নোৱাৰি মূলভাৱৰ লগত খাঁপখোৱাকৈ "উপেক্ষিত যৌৱন মোৰ" নামাকৰণ কৰা হ'ল।

মূল কিতাপৰ প্ৰকাশিকা Madam Helena Strassova আৰু ৰিডাৰ্চ ডাইজেষ্ট এচছিয়েছনৰ তৰফৰ পৰা এই কিতাপখন অনুবাদ কৰিবলৈ অনুমতি দিয়া বাবে উভয়ৰে ওচৰত মই কৃতজ্ঞ।

মিকু মলিৰ ঘৰুৱা শিক্ষক শ্ৰীযুত মৃণালকান্তি পূজাৰীয়ে কিতাপৰ পাণ্ডুলিপিখন যুগুত কৰি দিয়াত আৰু ছপাবৰ সময়ত কলিকতাৰ শ্ৰীযুত সুবোধকুমাৰ পালধি আৰু হাউলিৰ শ্ৰীযুত যাদবচন্দ্ৰ দাস মহোদয়ে সকলো ৰকমৰ সহায় কৰি দিয়া বাবে তেখেতসকললৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনালো।

বৰপেটা
১৫/৩/৭০

শ্ৰীপ্ৰসন্নকুমাৰ শৰ্মা

## ইয়াত পাব

যৌৱনৰ বিযলি বেলাত এজনী আটকধুনীয়া গাভৰু।..........

মহাযুদ্ধই বেচেৰীৰ ধন-জন, আত্মীয়স্বজন সকলোকে গ্ৰাস কৰিলে। যৌৱনৰ মধু উপভোগ কৰাৰ পৰা তাই হ'ল বঞ্চিতা। ইতিমধ্যে প্ৰকাশ পালে বাতৰি কাকতৰ জাননী —

"প্ৰতিপত্তি থকা আৰু সম্পত্তিশালী ভদ্ৰলোক এজনক মনেমিলা এজনী পাত্ৰী লাগে। .......... বিলাসী জীৱন যাপনত ইচ্ছুক আৰু দূৰ ভ্ৰমণত আনন্দ পোৱা পাত্ৰীৰ দৰ্কাৰ।"..........

"বিৰাট ঐশ্বৰ্যশালীয়েই যদি হয়, তেনেহ'লে বাতৰি কাগজত জাননী দিবলগীয়া হৈছেই বা কেলেই?"—মেইনাৰে ভাবিলে।

তথাপি মেইনাৰ এই বিয়াৰ প্ৰাৰ্থী হ'ল। কিন্তু বেচেৰী সোমাই পৰিল সেই প্ৰতিপত্তিশালী লোকজনৰ প্ৰাইভেট চেক্ৰেটাৰীৰ জালত।.........

তাৰ পিচত আৰম্ভ হল বিষাদ, কৰুণা আৰু ৰহস্যৰ কাহিনী। প্ৰাইভেট চেক্ৰেটৰীৰ লোভৰ অন্তৰালত সংঘটিত হ'ল এক বিৰাট হত্যাকাণ্ড। তাৰ পিচত ডিটেক্টিভ বিভাগৰ চোকা তদন্ত আৰু মেইনাৰৰ মনৰ অন্তৰ্দ্বন্দ্ব।

এই সকলোবোৰৰ মাজত পাব মৰমী এজনী গাভৰুৰ সান্নিধ্যত পঙ্গু বৃদ্ধ এজনৰ কঠুৱা মনলৈ কেনেকৈ আহিব পাৰে কোমলতাৰ পৰশ!

জীৱন-যুদ্ধত আউলী-বাউলী হৈ কোমলতাৰ প্ৰতীক সেই গাভৰুজনীয়েই এদিন ভাবিবলৈ বাধ্য হৈছিল— "জীৱন আৰু মৰণ একেই বস্তু। গতিকে মৰণলৈ ভয় কিহৰ? সেইবাবেই আৰু পলম কৰাৰ কোনো কাৰণেই থাকিব নোৱাৰে।"

শেষত কিন্তু জীৱনৰ অৱসাদ আতৰিল। সত্যৰ জয় হ'ল। মেইনাৰৰ উপেক্ষিত যৌৱনক সম্মান দেখুৱাবলৈ আৱিৰ্ভাৱ হ'ল জুলিয়াছৰ।

সীমান্তৰ যুদ্ধত জুলিয়াছৰ মৃত্যু হ'ল বুলিহে ওলাইছিল! কিন্তু খবৰটো সঠিক নাছিল।

শুৱনী মেইনাৰ—বৃদ্ধ ৰিচমণ্ড, বিত্তলোভী এণ্টন কৰ্ফ, ডিটেক্টিভ বিভাগৰ ইন্সপেক্টৰ কেন আৰু দেশৰ বাবে যুঁজ দিয়া সৈনিক জুলিয়াছ—

এই আটাইবোৰক কেন্দ্ৰ কৰি প্ৰকাশ পাইছে মানুহৰ অন্তৰৰ প্ৰেম আৰু ভালপোৱাৰ কাহিনী।...............

*　*　*　*

*　*　*　*

# উপেক্ষিত যৌৱন মোৰ

## (এক)

হামবাৰ্গ চহৰৰ এটি ঘৰ। ৰাতিপুৱাই শোৱা কোঠালিৰ দুৱাৰখন মেলিয়েই মেইনাৰে ভাবিলে যে সেইদিনা শুক্ৰবাৰ। বাহিৰতথৈ যোৱা গাখীৰৰ বটলটোতে আউজাই থোৱা সাপ্তাহিক কাগজখন দেখিয়েই তেওঁৰ বাৰটোলৈ মনত পৰিল। আজিৰ এই শুক্ৰবাৰটোক মেইনাৰে জীৱনত পাহৰিব নোৱাৰিব। তেওঁৰ গতানুগতিক আৰু একে বিধিয়া লানি নিছিগা দিনবোৰলৈ আজিৰ এই মুহূৰ্ত্তটোৱেই আনি দিছিল এটা বিৰাট পৰিবৰ্ত্তন। কাগজখন তেওঁ হাতেৰে তুলি লৈ দুৱাৰখন আকৌ বন্ধ কৰি দিলে আৰু বেগা বেগিকৈ গৈ ৰান্ধনি ঘৰত সোমাল।

ইতিমধ্যে তেওঁ ৰেডিঅ'টো দিলে। এটা ৰুটি লৈ কেইটুকুৰা মান কাটি ট'ষ্টাৰত ভৰাই দি অলপ গাখীৰ দি সিজিবলৈ দিলে।

তাৰ পিচত তেওঁ বাতৰি কাকতখন হাতত ল'লে। নানাবিধ বাতৰিৰ শিৰোনামা কিম্বা বিবিধ ছবি আদিলৈ চকু নিদি পোনেই তেওঁ কাকতখনৰ ছয় নম্বৰ পৃষ্ঠাত চকু ফুৰালে। সেই পৃষ্ঠাত দিয়া হৈছিল বিয়াৰ জাননী— দৰা-কইনা বিচৰা মানুহে দিয়া নানাৰকমৰ জাননী। পৃষ্ঠাটোৰ দুটা ভাগ-বাওঁফালৰটো আছিল দৰাই কইনা বিচাৰি দিয়াৰ কাৰণে।

সোঁফালৰ ভাগটোলৈহে তেওঁ প্ৰথমেই চকু দিলে। অকল আজিয়েই নহয়, প্ৰত্যেক সপ্তাহেই অতি আগ্ৰহেৰে তেওঁ এই ছয় পৃষ্ঠাৰ সোঁফালৰ ভাগটোৰ জাননী পঢ়ি আহিছে। অন্তৰৰ নিভৃততম কোণত তেওঁৰ সদায় এটা আশা আছিল যে এদিন নহয় এদিন তেওঁৰ মনৰ কামনা পূৰ্ণ হ'ব। ৰোমাঞ্চ, ভাব-প্ৰৱণতা আদি তেওঁৰ কাৰণে অৰ্থহীন হৈ উঠিছিল। আগৰ স্ত্ৰীৰ ফালৰ সন্তান আদি থকা ডাং-ৰৰলা নতুবা লাজকুৰীয়া ডেকা ল'ৰা এটাৰ লগত বিয়া

হ'বলৈ তেওঁ কোনো দিনেই ইচ্ছা কৰা নাছিল। আনকি অৱস্থাসম্পন্ন ব্যৱসায়ী এজনকো জীৱনৰ লগৰী হিচাপে ল'বলৈ তেওঁ আগ্ৰহান্বিত নাছিল। বৰ্তমানৰ জীৱনটো লৈয়েই তেওঁ ব্যস্ত হৈ থাকিবলগীয়া হৈছিল। প্ৰকাশক কোম্পানী এটাৰ অধীনত অনুবাদিকাৰ কাম কৰি থকা গতানুগতিক জীৱনটোৰ বাহিৰে তেওঁৰ আন কথা ভাবিবলৈ হয়তো অৱসৰো নাছিল। তথাপিও অন্তৰৰ গুপুত কোণত যেন তেওঁৰ সদায় এটা প্ৰশ্নই আমনি দি আছিল। "জীৱনটো উত্তেজনাপূৰ্ণ হোৱা উচিত। মোৰ বৰ্তমান ছন্দহীন জীৱনটোৰ কোনো মূল্য নাই। সোনকালেই মই মোৰ জীৱনৰ ৰং ঘূৰাই আনিব লাগিব।"

এটা আখৰো বাদ নিদিয়াকৈ অতি মনোযোগেৰে তেওঁ জাননীৰ কথাবোৰ পঢ়ি যাবলৈ ধৰিলে। সংক্ষেপ আখৰেৰে মাত্ৰ তিনি চাৰিটা শাৰীত জাননীবোৰ লিখা হৈছিল। সদায় জাননী পঢ়ি পঢ়ি তাত লিখা সংক্ষেপ আখৰবোৰৰ অৰ্থ তেওঁ নিৰ্ভুলভাৱে বুজিব পৰা হৈ গৈছিল। মাখন লগোৱা ৰুটি এটুকুৰা হাতত লৈ তেওঁ জাননীবোৰ পঢ়ি যাবলৈ ধৰিলে। হঠাতে তেওঁৰ হৃদয়ৰ স্পন্দন যেন বন্ধ হৈ গ'ল। আজীৱন অতি আগ্ৰহেৰে বিচাৰি থকা জাননীখন যে আজি তেওঁৰ চকুৰ আগত! অতি সাৱধানে তেওঁ জাননীখন পঢ়ি গ'ল। তাত এইদৰে লিখা আছিল—"প্ৰতিপত্তি থকা আৰু সম্পত্তিশালী ভদ্ৰলোক এজনক মনে মিলা এজনী পাত্ৰী লাগে। হামবাৰ্গ চহৰৰ ছোৱালী হ'লে ভাল হয়। পৰিয়ালৰ প্ৰতি আসক্তি নথকা কিম্বা একেবাৰে অকলশৰীয়া ছোৱালী হ'ব লাগিব। বিলাসী জীৱন যাপনত ইচ্ছুক আৰু দূৰ ভ্ৰমণত আনন্দ পোৱা পাত্ৰীৰ দৰকাৰ।"

তেওঁৰ মগজত নানান চিন্তাৰ খেলিমেলি লাগি গ'ল। "সম্পত্তিশালী লোক," তেওঁ ভাবি গ'ল-"যদি সম্পত্তিশালীয়েই হয়, তেনেহ'লে বাতৰি কাগজত জাননী দি পাত্ৰী বিচাৰিবলগীয়া হৈছে কেলেই?"

"হামবাৰ্গৰ ছোৱালী হ'লে ভাল হয়.......... অকলশৰীয়া কিম্বা পাৰিবাৰিক আহুকাল নথকা হ'লেই ভাল......"এইবোৰ লিখাৰ অৰ্থ কি বাৰু?" মেইনাৰে জাননীখনৰ কথাবোৰ জুটিয়াই ভাবি যাবলৈ ধৰিলে। "হয়তো জাননী দিওঁতাই তেওঁৰ দৰেই অকলশৰীয়া সঙ্গী বিচাৰিছে। পাৰিবাৰিক সম্বন্ধৰ কথা উল্লেখ কৰাৰ অৰ্থ এয়েই হ'ব পাৰে যে তেওঁ হয়তো সম্বন্ধৰ অজুহাত দেখুৱাই আপোন বুলি চিনাকি দিবলৈ অহা আন মানুহবোৰক দেখিব নোৱাৰে।" এইবোৰ

কথা তেওঁৰ মনত খেলাবলৈ ধৰিলে।

"সম্পত্তিশালী ভদ্ৰলোক এজনক মনে মিলা পাত্ৰী লাগে" এই শব্দকেইটা তেওঁৰ চকুত বাৰে বাৰে পৰিবলৈ ধৰিলে। তেওঁ ভাবিলে যে জাননী দিওঁতাই হয়তো নিজৰ জনাশুনা লোকৰ ভিতৰৰ ছোৱালী আৰু মাইকী মানুহবোৰ দেখি অতিষ্ঠ হৈ উঠিছে। হয়তো এনেকুৱাও হ'ব পাৰে যে জাননী দিওঁতাজন আপচু বা বৃদ্ধ। তথাপি তেওঁ ভাবিলে যে ঐশ্বৰ্য সম্পত্তিৰ কথা যেতিয়া উঠিছেই, শাৰীৰিক বিষয়ৰ প্ৰশ্ন এতিয়া বৰ দৰ্কাৰী নহয়। ধন সম্পত্তি থাকিলে সকলো তল পৰিব।

তেওঁ লগে লগেই নিজৰ সিদ্ধান্তত উপনীত হ'ল। জীৱনক গতিশীল কৰিবলৈ হ'লে এইটোৱেই সুৱৰ্ণ সুযোগ। এখন্তেকো নষ্ট কৰিব নোৱাৰি। তাৰ পিচত কপালত যি আছে ঘটি থাকিব।... কপালৰ লিখনিৰ ওচৰত মেইনাৰে আত্মসমৰ্পণ কৰিলে আৰু এই জাননীৰ উত্তৰত নিজেই প্ৰাৰ্থী হৈ আন প্ৰতিদ্বন্দ্বীক পৰাস্ত কৰিম বুলি দৃঢ়প্ৰতিজ্ঞ হ'ল।

অতীত জীৱনলৈ মেইনাৰে মনত পেলালে। তেওঁৰ জীৱন আজিলৈকে অকলশৰীয়া অৱস্থাতেই গ'ল। দাৰিদ্ৰ্যই তেওঁক অতি কষ্ট দিলে। মহাযুদ্ধৰ সময়ত জাৰ্মানবাসীক দেখা দিয়া দুৰ্দশাই তেওঁৰ জীৱন চূৰ্ণ-বিচূৰ্ণ কৰিলে। কিন্তু আজি তেওঁ দৰিদ্ৰ আৰু পৰাজয়ৰ বিপক্ষে সংগ্ৰাম কৰিব। এই সংগ্ৰামত জয়ী হৈ কিঞ্চিত পৰিমাণে হ'লেও সুখী জীৱন এটাৰ সন্ধান আজি মেইনাৰে ল'বই। ছন্দহীন জীৱনত ৰং সানি সোণোৱালী ৰূপ দিয়া শক্তি তেওঁ যেন আজি ঘূৰাই পাইছে। তেওঁ কপালৰ লিখনিত বিশ্বাস কৰে আৰু সুখৰ সন্ধানত তেওঁ নিৰ্ভীক যোদ্ধা হিচাপে থিয় দিবলৈ দৃঢ়প্ৰতিজ্ঞ।

কাগজখন থৈ তেওঁ চিঠি এখনৰ খচৰা এটা লিখি পেলালে। জাননীৰ প্ৰাৰ্থী হৈ লিখা চিঠিত মিছা কথাৰ অৱতাৰণা কৰি লাভ নহ'ব। জাননী দিওঁতাই নিশ্চয় বুজিবই যে উত্তৰ দাতাসকলৰ আটাইয়েই দুখীয়া। এই কথা মনত ৰাখি অতি ধুনীয়া আখৰেৰে তেওঁ চিঠিখন লিখি গ'ল ঃ—

মহাশয়

হামবাৰ্গৰ বোমাবৰ্ষণৰ সময়ত আত্মীয়-স্বজন, বন্ধু-বান্ধৱ আৰু টকা-পইচা সকলো হেৰুৱাই আজি দুখ লগা অতীতক সুঁৱৰি মই জীৱন যাপন কৰিব

খোজা নাই আৰু সেই কাৰণেই নতুন জীৱনৰ পাতনি মেলিবলৈ মই আজি ইচ্ছুক। ভৱিষ্যতৰ ৰঙীণ কল্পনাৰ অলীক সপোন মই বহুত ৰচিলো; আৰু সেইবোৰত লাগি থাকিবলৈ মোৰ এতিয়া ধৈৰ্য নাই। সাপ্তাহিক কাকতৰ বিয়াৰ বিষয়ৰ পৃষ্ঠাত আপুনি দিয়া জাননী দেখি মই নিশ্চিত যে আপোনাৰ আৰু মোৰ মিলন নিশ্চয় মধুৰেই হ'ব।

মোৰ বৰ্তমান বয়স চৌত্ৰিশ বছৰ। ধুনীয়া চুলি আৰু উচ্চতাৰে মোৰ চকুত লগা চেহেৰা আপোনাৰ বাছনিত উঠিব বুলি মোৰ দৃঢ় বিশ্বাস। আত্মীয়-স্বজন বুলিবলৈও মোৰ কোনো নাই। আগৰ স্বামী কিম্বা সন্তান-সন্ততি থকা ছোৱালীও মই নহওঁ। অলীক কল্পনা কৰি আকাশ কুসুম ৰচা ধৰণৰ ছোৱালীও মই নহওঁ।

আপোনাৰ জাননীত আকৃষ্ট হোৱাৰ প্ৰথম কাৰণ হ'ল আপোনাৰ ধন ঐশ্বৰ্য; আৰু দ্বিতীয়তে আপুনি উল্লেখ কৰা বিলাসী জীৱনৰ আভাস।

আপুনি সম্পত্তিশালী হোৱা সত্ত্বেও বাতৰি কাকতত জাননী দি পাত্ৰী বিচৰাৰ নিশ্চয় কিবা কাৰণ আছে। সি যিয়েই নহওক, সেই বিষয়ে সময়ত সকলো থিক-থাক কৰি পেলাব পাৰিম বুলি মই আশা কৰিছো; আৰু সেই কাৰণেই মই ভাবো যে এই বিষয়ে আমি দুয়ো স্পষ্টভাৱে সকলো কৈ পেলোৱাই ভাল। [illegible]তিকে সকলো কথা মই খুলি লিখিলো।

জাননীত দিয়া আপোনাৰ কথা যদি সঁচাকৈয়ে আন্তৰিকতাৰে সৈতেই আপুনি লিখিছে, তেনেহ'লে মই আপোনাক ন-দি ক'ব পাৰো যে এই বিষয়ে হ'বলগীয়া সকলো বন্দৱস্ততেই মই ৰাজি আছো। ইতিঃ—

আপোনাৰ বিশ্বাসী
"মেইনাৰ"

অতি যত্নসহকাৰে চিঠিখন লিখি উঠি তেওঁ লেফাফা এটা আনিলে আৰু চিঠিখন ভাজ কৰি তাত ভৰালে। ওপৰত সুন্দৰ আখৰেৰে ঠিকনাটো লিখি লেফাফাখন হাতেৰে উঠাই লৈ ঘূৰাই পকাই চালে। সেই চিঠিৰ উত্তৰত তেওঁৰ জীৱনৰ গতি কেনেকৈ সলনি হৈ যাব পাৰে সেই কথা ভাবি মেইনাৰে নিজেই এবাৰ হাঁহিলে।

উত্তৰৰ কাৰণে মেইনাৰে পূৰা দুমাহ অপেক্ষা কৰিবলগীয়া হ'ল। সুদীৰ্ঘ

তিনিকুৰি দিন বাট চাবলগীয়া হৈছিল যদিও তেওঁ ধৈৰ্য সহকাৰেই দিনবোৰ অতিবাহিত কৰিছিল। তেওঁ ভাবিছিল যে জাননী দিওঁতাই নিশ্চয় অজস্ৰ চিঠি পাইছে আৰু সেইবোৰ পৰিপাটী লগাই থিক থাক কৰি উত্তৰ দিওঁতে তেওঁৰ যথেষ্ট সময় লাগিব।

মেইনাৰে অনাহকত সময় খৰচ নকৰিলে। ইতিমধ্যে বেছ দামী কাপোৰ এজোৰ কিনি লৈ তেওঁ সম্ভাব্য ইণ্টাৰভিউৰ কাৰণে সাজু হ'ল। সেই কাপোৰ কিনাত বেচেৰী সঞ্চিত ধনৰ ভালেখিনিয়েই খৰচ হ'ল। যদি সকলো থিকে থিকেই হৈ যায় তেনেহ'লে ইণ্টাৰভিউৰ দিনা তেওঁ অতি চকুত লগা হৈ যাব লাগিব। স্বাস্থ্য যাতে ভালে থাকে সেই বিষয়ে তেওঁ যত্নপৰ হ'ল। বেছিকৈ শকত হৈ নগৈ যাতে ল-নি হৈ থাকিব পাৰে সেই কাৰণে আলু আৰু চৰ্বী জাতীয় বস্তু খাবলৈকে এৰি দিলে আৰু নিয়মীয়াকৈ সৌন্দৰ্য সাধনাত মন দিলে। পুৱা-গধূলি দুয়োবেলা ডাক পিয়নলৈ অপেক্ষা কৰি তেওঁ চিঠিখনৰ আগমনৰ বাবে সাজু হৈ বৈ থাকিল।

দিন গৈ অহাৰ লগে লগে অৱশ্যে মেইনাৰৰ মনত হতাশাৰ ভাবেও দেখা দিবলৈ ধৰিলে। শেষত এদিন ৰাতিপুৱা সেই হতাশাৰ অন্ত পৰিল। কে'ন্চ চহৰৰ ডাকঘৰৰ মোহৰ থকা চিঠিখন তেওঁৰ হাতত পৰিলহি। চিঠিখন হাতত লৈ তেওঁৰ যেন উশাহ বন্ধ হৈ গ'ল। খুলি চাই তাৰ ভিতৰত কি দেখে সেই কথা ভাবি লেফাফাটো খুলিবলৈ তেওঁৰ ভয় লাগিল। হাতত লৈ চিঠিখন দুই-তিনিবাৰ ঘূৰাই-মেলি যথেষ্ট সাহস গোটাই লৈ অৱশেষত চিঠিখন খুলিলে।

"মৰমৰ শ্ৰীমতী মেইনাৰ—

মোৰ জাননীৰ অজস্ৰ চিঠি আহিছিল আৰু সেই কাৰণেই তোমালৈ সময়মতে লিখিব নোৱাৰিলো। অৱশ্যে পঢ়া মাত্ৰেই তোমাৰ চিঠিয়ে মোৰ মনযোগ আকৰ্ষণ কৰিছিল।

ইমান খোলাখুলিভাৱে তুমি যে সকলো কথা লিখিব পাৰিছা সেই কথাই মোক যথেষ্ট আনন্দ দিছে। তোমাৰ চিঠি পঢ়ি মোৰ ভাব হৈছে যে মই ইমান দিনে বিচাৰি অহা ধুনীয়া আৰু সৰবৰহী ছোৱালীজনী নিশ্চয় তুমিয়েই হ'বা।

আমাৰ এবাৰ দেখা দেখি হোৱা নিশ্চয় উচিত হ'ব। সেই কাৰণেই কে'ন্‌চ চহৰলৈ তুমি এবাৰ আহি যোৱা। সেই উদ্দেশ্যে তোমালৈ উৰাজাহাজৰ টিকট এটাও কিনি পঠিয়ালো। ইয়াৰ কাৰ্লটন হোটেলত তোমাৰ কাৰণে এটা কোঠালিও মই আছুতীয়াকৈ ৰাখিছো।

ভৱিষ্যৎ সম্পৰ্কে তুমি যিহকেই থিৰাং নকৰা, তুমি মোৰ ঘৰত যিমান দিন ইচ্ছা কৰা সিমান দিন আলহী হৈ থাকিলেও মই বেয়া নেপাওঁ। সঁচাকৈয়ে তোমাক লগ পাবলৈ মই বৰ ব্যগ্ৰ হৈ আছো। ইতি—

তোমাৰ বিশ্বাসী

..................."

চিঠিৰ তলৰ চহীটো অস্পষ্ট। সেইবাবে মেইনাৰে নামটো পঢ়িব নোৱাৰিলে। চিঠিৰ ভিতৰতে দি পঠিওৱা অহা সপ্তাহৰ তাৰিখ থকা উৰাজাহাজৰ টিকটটো তেওঁ ঘূৰাই পকাই চালে।

এখন হাতেৰে চিঠিখন আৰু আন হাতত টিকটটো লৈ তেওঁ চকী এখনত বহি পৰিল।

মেইনাৰৰ মনত অজস্ৰ কল্পনাই ঠাই ল'লে। "মোৰ ভৱিষ্যৎ আজি মোৰ হাতত," তেওঁ ভাবিলে আৰু তৃপ্তিৰ হাঁহি এটা মাৰিলে।

এই সুবিধা তেওঁ কেতিয়াও এৰি নিদিয়ে। তেওঁ ইয়াকো ভাবিলে যে এই উদ্দেশ্য ফলৱতী নহ'লেও তেওঁৰ বিশেষ একো লোকচান নহয়। আন একো নহ'লেও বিনা পইচাতে তেওঁ বাহিৰা ঠাইৰ পৰা এপাক ফুৰি চাকি আহিবগৈ পাৰিব।



## (দুই)

বন্দবস্ত কৰা মতেই মেইনাৰ আহি কেন্চত উপস্থিত হ'ল আৰু কাৰ্লটন হোটেলত উঠিলহি। হোটেলৰ কোঠালিটো অতি সুন্দৰভাৱে সজাই থোৱা আছিল। ফুলদানিত ফুল আৰু লগতে স্বাগতম জনাই লিখা সৰু চিঠি এখন। তেওঁৰ হাত খৰচৰ কাৰণে টেবুলত থকা ড্ৰয়াৰত ফৰাচী মুদ্ৰা কিছু থোৱাৰ কথাও তাত উল্লেখ আছিল; আৰু পিচদিনা আবেলি চাৰি বজাত হ'বলগীয়া তেওঁৰ ইণ্টাৰভিউৰ স্থানৰো নিৰ্দেশ দিয়া আছিল।

মেইনাৰে যথেষ্ট আৰামেৰেই ৰাতিটো কটালে। অৱশেষত সেই মাহেন্দ্ৰক্ষণ উপস্থিত হ'ল। আগৰ বন্দবস্ত মতে ৩০৬ নং কোঠালিৰ ওচৰত থিয় হ'লহি আৰু তেওঁ আহি পোৱাৰ লগে লগে কোঠালিৰ দুৱাৰ খুলি দিয়া হ'ল। তাত সোমাই চকী এখনত তেওঁ বহিল। তেওঁৰ সন্মুখত থকা ড্ৰয়াৰ এটাৰ ওপৰত ৩০।৪০ টা ধুনীয়া গোলাপ ফুল দি ফুলদানি এটা সজাই থোৱা আছিল। তাত কিমান ফুল আছে লেখিবলৈ লওঁতেই সেই কোঠালিৰ আনখন দুৱাৰ মেল খালে আৰু সুঠাম গঢ়ৰ প্ৰায় তিনিকুৰি বছৰ বয়সীয়া ভদ্ৰলোক তালৈ সোমাই আহিল। মানুহজনৰ সাজ-পোছাক পৰিপাটী আৰু দেখনে শুৱনেও বেয়া নহয়। মাত্ৰ তেওঁৰ মূৰৰ চুলি সৰি তপা মূৰটো ওলাই পৰিছে। মানুহজন মেইনাৰৰ ফালে আগবাঢ়ি আহি তেওঁক স্বাগতম জনালে আৰু সুধিলে— "তুমিয়েই মেইনাৰ নেকি?" উত্তৰত মেইনাৰে লাজুকীয়াভাৱে মূৰ জোকাৰিলে মাত্ৰ।

"তুমিও সেই কোঠালিলৈকে ব'লা —" এইবুলি অতি নম্ৰভাৱে ভদ্ৰলোকজনে বহা কোঠালিৰ পিনে মেইনাৰক মাতি লৈ গ'ল। মেইনাৰে মানুহজনক অতি সুক্ষ্মভাৱে নিৰীক্ষণ কৰিলে। মানুহজনৰ যথেষ্ট বয়স হৈছে যদিও তেওঁ সঁচাকৈয়ে দেখিবলৈ শুৱনী। এই কথা ভাবি তেওঁ মনে মনে বেছ আনন্দও অনুভৱ কৰিলে।

কোঠালিটোত দুয়োজন উপস্থিত হ'লত ভদ্ৰলোকজনেই প্ৰথমে কথা আৰম্ভ

কৰিলে— "মিছ্ মেইনাৰ! ফ্ৰান্সলৈ তোমাক স্বাগতম জনাবলৈ পাই মই অতি আনন্দিত হৈছো। তুমি বোধহয় ফৰাচী ভাষাত কথা হ'ব নেজানো।"

মেইনাৰে ক'লে— "ফৰাচী ভাষা মই ভালদৰেই জানো। ইংৰাজীও কওঁ।"

"হয় নেকি? বৰ ভাল কথা। পিচে তুমি নবহা জানো?"

তেওঁ মেইনাৰক চকী এখনত বহিবলৈ দিলে আৰু ধুনীয়াকৈ সজাই থোৱা কেইবাটাও টেলিফোন থকা টেবুল এখনৰ সিফালে নিজেও বহিলগৈ।

"তুমি বাৰু আগতে ফ্ৰান্সলৈ আহিছিলা নে নাই?" "নাই অহা। প্ৰকৃততে মই জাৰ্মানীৰ বাহিৰ হৈ ক'লৈকো যোৱাই নাই। আনকি হামবাৰ্গৰ পৰাই মই বাহিৰ হোৱা নাছিলো।"

"এৰা, হামবাৰ্গখন অতি ধুনীয়া চহৰ আছিল। পিছে যুদ্ধৰ ধ্বংসলীলাতাত বৰ বেছি হ'ল। বোমাবৰ্ষণত তোমালোকৰ পৰিয়ালৰ সকলোটিকে হেৰুৱালা নেকি বাৰু?"

"হয়, মোৰ মা-দেউতা; বিয়া দিয়া মোৰ বাইদেউ আৰু তেওঁৰ কেঁচুৱাও বোমাবৰ্ষণতেই নিহত হ'ল।"

"এই খবৰত মই সঁচাকৈয়ে মৰ্মাহত হৈছো। তোমাৰ ভিনিহিৰ জীৱন তেনেহ'লে কেনেবাকৈ ৰক্ষা পৰিল?" মেইনাৰে ক'লে— "আপোনাৰ কথা আংশিকভাৱেহে সত্য। মোৰ ভিনিহি জুলিয়াচে বোমাবৰ্ষণত নিজৰ তিৰোতা আৰু কেঁচুৱাৰ মৃত্যু দেখিবলৈকেহে জীয়াই আছিল। সেই বোমাবৰ্ষণৰ পিচত পশ্চিমৰ ৰণাংগণত তেওঁৰ নিজৰো মৃত্যু হ'ল। অতি সাহসী আৰু কাৰ্যক্ষম বীৰ আছিল বুলি চৰকাৰে তেওঁক প্ৰশংসা কৰিছিল। জীয়াই থকাৰ এনাজৰী সহধৰ্মিণী আৰু সন্তানক হেৰুৱাই তেওঁ সংসাৰত থাকি কৰিবই বা কি?"

"সঁচাকৈয়ে ই বৰ দুখৰ কাহিনী। তেনেহ'লে সংসাৰত তোমাৰ আপোন বুলিবলৈ কোনোৱেই নাই?"

"প্ৰকৃততে আজি মোৰ তেনে কোনো আপোন মানুহ নাই।" "আন পুৰুষৰ ভিতৰতো তোমাৰ কোনো অন্তৰঙ্গ বন্ধু নাই নেকি?" "সঁচাকৈয়ে তেনে বন্ধুও নাই।"

কথা-বতৰা চলি থাকোঁতেই ভদ্ৰলোকজনে সোণচৰোৱা চিগাৰেট কেচ এটাৰ পৰা দামী চিগাৰেট এটা উলিয়ালে আৰু সোণৰ লাইটাৰ এটাৰে জুই জ্বলাই

চিগাৰেট হুপিবলৈ ধৰিলে। চিগাৰেট খাই খাই তেওঁ আকৌ কথা ক'বলৈ আৰম্ভ কৰিলে।

"তেনেহ'লে তোমাৰনো এতিয়া জীৱিকাৰ উপায় কি?"

"জীৱিকা? অৰ্দ্ধাহাৰে জীয়াই থাকিবলৈনো উপায়ৰ কি অভাৱ? জীৱিকা নিৰ্বাহৰ কাৰণে প্ৰকাশক সন্থা এটাত মই অনুবাদিকাৰ কাম কৰো।"

"বৰ ভাল কথা" ভদ্ৰলোকজনে ক'লে। অৰ্দ্ধাহাৰে জীয়াই থাকি জীৱিকা নিৰ্বাহ কৰা কথাষাৰ কোবাটো যেন বেয়া হ'ল সেই কথা ভাবি তেওঁ কথাষাৰ ঘূৰাবলৈ পুনৰ কলে ঃ—

"সেইটো মই কথা প্ৰসংগতহে কৈছো।" ভদ্ৰলোকজনে উত্তৰ দিলে— "মই বুজিছো"। এই বুলি দুয়ো দুয়োলৈ চাই এবাৰ হাঁহিলে।

"ভদ্ৰলোকজনে পুনৰ ক'লে—"এগিলাচ বিয়েৰ নোখোৱা জানো?" মেইনাৰে মূৰ দোৱাই সন্মতি জনালে। তাৰ পিচত ভদ্ৰলোকজনে আলমাৰী খুলি বটল এটা উলিয়াই দুগিলাচ পানীয় ঢালি ল'লে।

গিলাচটো হাতত লৈ ভদ্ৰলোকজনে ক'লে—"ভৱিষ্যতৰ বাবে।" কথাষাৰ কওঁতে কিন্তু তেওঁ "আমাৰ ভৱিষ্যতৰ কাৰণে" এই কথা নক'লে। মেইনাৰে এই কথাষাৰ মন কৰিলে যদিও পানীয় গিলাচ খাই শেষ কৰিলে। ভদ্ৰলোকজনে আকৌ কথা আৰম্ভ কৰিলে— "ইমানবোৰ চিঠি পোৱা সত্ত্বেও তোমাক মই কেলেই বাছি উলিয়ালো ক'ব পাৰানে বাৰু?"

"সম্ভৱতঃ মোৰ কপালৰ বলতেই"......। "কপালৰ বলত কেতিয়াও নহয়। তোমাৰ অসীম সাহসী স্পষ্টবাদিতাৰ কাৰণেহে।"

মেইনাৰে চকীখনতেই অলপ ঘূৰি লৈ আকৌ ভালদৰে বহিল। "মোলৈ উত্তৰ দিয়া প্ৰায় ভাগ ছোৱালী বা মহিলাই ভাবিছিল যে ধন-সম্পত্তিৰ কথা উল্লেখ নকৰাতোৱেই তেওঁলোকৰ বুদ্ধিৰ পৰিচায়ক হ'ব। তাৰে কিছুমানে অৱশ্যে টকা-পইচাৰ কথা উল্লেখ কৰিছিল। কিন্তু লগতে স্বামী যাতে ডেকা, ধুনীয়া আৰু তেওঁলোকক প্ৰাণ ভৰি ভালপোৱা ধৰণৰ হ'ব লাগিব সেই বিষয়ে অৱতাৰণা কৰি মূল কথা ঢাকিবলৈ চেষ্টা কৰিছিল।"

কথা কৈ থাকোঁতেই ভদ্ৰলোকজন বৈ গ'ল। হাতৰ গিলাচটো এনেয়ে দুই তিনিবাৰ মোহাৰিলে আৰু অলপ চিন্তান্বিত হোৱা যেন দেখুৱাই আকৌ ক'বলৈ

## উপেক্ষিত যৌৱন মোৰ

আৰম্ভ কৰিলে ঃ—

"সেইবোৰ কাৰণতেই তোমাৰ চিঠিয়ে মোৰ দৃষ্টি আকৰ্ষণ কৰিলে। অনাড়ম্বৰ আৰু খোলাখুলিভাৱে অৰ্থনৈতিক সমস্যাটো তুমি বুজি লৈছা আৰু প্ৰেক্টিকেল মানুহৰ নিচিনাকৈ তুমি বুজিছা যে বিনা কাৰণত কোনো মানুহে আনৰ বাবে ত্যাগ নকৰে বা কৰিবলৈ আগবাঢ়ি নাহে। মোৰ বুজিবলৈ বাকী নেথাকিল যে আনবোৰ মহিলাতকৈ তুমি বহুত বেলেগ।" এই বুলি নম্ৰভাৱে তেওঁ মেইনাৰলৈ চালে। তাৰ পিচত তেওঁ আকৌ আৰম্ভ কৰিলে ঃ—

"হেৰা মোৰ মৰমৰ যুৱতী, আমি প্ৰেক্টিকেল মানুহৰ নিচিনাকৈ প্ৰকৃত সত্য কথাৰেই আলোচনা কৰিছো আৰু মূল তথ্য উদ্‌ঘাটনো কৰিছো। গতিকে আমাৰ মাজত লুকা-ভাকু খেলা কথাৰ কোনো আৱশ্যকতা নাই। তুমি বাৰু খোলোচাভাৱে কোৱাচোন এই বিয়াৰ পৰা তুমি কি আশা কৰিছা?"

মেইনাৰে কি উত্তৰ দিব সহজে ঠিক কৰিব নোৱাৰিলে। কথা ক'বলৈ গৈ মাত আকৌ বন্ধ হৈ গ'ল। থোকাথুকি মাতেৰে তেওঁ ক'লে—"ভোগ বিলাস, আনন্দময় জীৱন আৰু দূৰ-দূৰণিত ভ্ৰমণ কৰিব পাৰিম এই আশা লৈয়েই মই আহিছো।"

"তেনেহ'লে কোৱাচোন বাৰু টকা-পইচা উপাৰ্জনৰ কাৰণে তুমি কিমান দূৰ তললৈ যাব পাৰিবা?"

"আপুনি কেনে ধৰণৰ আচৰিত প্ৰশ্ন কৰিছে বাৰু? মোৰ বোধেৰে মই ভালপোৱা বেয়াপোৱাৰ বিষয়ে সুধিবলৈ আপুনি মোক ইয়ালৈ মাতি অনা নাই। বৰং আপুনি কি ভালপাব বিচাৰে সেই কথা ক'বলৈহে আনিছে।"

"তুমি পিচে প্ৰকৃত উত্তৰকেই দিছা। তথাপিও মোৰ সুধিবলগীয়া প্ৰশ্ন-কেইটা মই তোমাক সুধিবলৈ ইচ্ছা কৰিছো। তুমি তোমাৰ চিঠিত লিখিছিলা যে এই উদ্দেশ্যে তুমি যি কোনো বন্দবস্তুতেই মান্তি হ'বা।"

"সঁচা কথা। মই প্ৰকৃত সুখী জীৱন যাপন কৰিব খোজো। মাহটোত দহ দিন সুখেৰে কটাই বাকী বিশ দিন নিৰানন্দত কটাবলৈ মই নিবিচাৰো।"

"তাৰ মানে?"

"তাৰ মানে মই ইয়াকেই কৈছো যে মাহটোৰ বিশটা দিন ঘৰভাৰা, বজাৰ পাতি আদিৰ চিন্তাত যাতে মই কটাব নেলাগে। আপোনাৰ জাননী ওলোৱা

সেই সাপ্তাহিক বাতৰি কাগজখন একমাত্ৰ এই উদ্দেশ্যতেই মই সদায় পঢ়িছিলো -যাতে মোৰ জীৱনত এটা পৰিৱৰ্তন আনিব পাৰো। কিন্তু এতিয়া দেখিছো আপোনাৰ জাননীয়েও হয়তো মোৰ জীৱনত একো সাল-সলনি কৰিব নোৱাৰিব।"

দুয়ো কিছু সময়ৰ কাৰণে নীৰৱ হ'ল। শেষত মেইনাৰে পুনৰ আৰম্ভ কৰিলে- "অৱশ্যে মই তেনেদৰে আপোনাক কোৱাতো সমীচীন হোৱা নাই। তেনেকৈ কৈ মই মোৰ মুৰ্খতাৰহে পৰিচয় দিছো। আপোনালৈ চালে মই সঁচাকৈয়ে বৰ ব্যস্ত হৈ পৰো। আপোনাৰ সৌন্দৰ্য দেখি মই প্ৰকৃততে মুগ্ধ হৈছো।"

এই কথাত ভদ্ৰলোকজনে হাঁহিবলৈ ধৰিলে আৰু আচৰিত হৈ মেইনাৰে তেওঁলৈ চালে।

ভদ্ৰলোকজনে ক'লে-"মেইনাৰ, তুমি অতি বুদ্ধিমতী ছোৱালী। মোৰ বোধেৰে তুমি সঁচাকৈয়ে বিয়া কৰাবলৈ অতি ইচ্ছুক।"

"আপুনি সত্য কথাই কৈছে। প্ৰকৃত কথা ক'বলৈ গ'লে আপোনাৰ নিচিনা স্বামী এজন পাম বুলি জীৱনত মই কেতিয়াও ভবাই নাছিলো।"

"সেই কথা নেভাবি তুমি উত্তম কামেই কৰিছা, কিয়নো তোমাৰ স্বামী মই কেতিয়াও ন'হ্ম।"

"আপুনি কি কথা কৈছে? আপুনি বাৰু মোৰ লগত খেলা কৰিছে নেকি?"

"তুমি উত্তেজিত নহ'বাচোন। বহা বাৰু। ইমান সহজেই লাখপতি এজনক স্বামী হিচাপে পোৱা নেযায়। তোমাৰ ভালেখিনি একাগ্ৰতা আছে যদিও মোৰ মনেৰে সি যথেষ্ট নহয়।"

"আপুনি যদি মোৰ স্বামী নহয়, তেনেহ'লে আচৰিত ধৰণৰ মোৰ সেই প্ৰেমাস্পদজন ক'ত?" উত্তেজিত সুৰতেই মেইনাৰে প্ৰশ্ন কৰিলে।

"তেওঁৰ বিষয়ে আমি পিচতো কথা হ'ব পাৰিম। সম্প্ৰতি আমাৰ মাজত অতি দৰকাৰী-কথা এটাৰ মীমাংসা কৰিবলগীয়া এতিয়াও আছে।"

অতি আচৰিত হৈ মেইনাৰে তেওঁৰ ফালে চালে।

ভদ্ৰলোকজনে কৈ গ'ল ঃ "মেইনাৰ, মই তোমাৰ পৰীক্ষা লৈ আছো। মোৰ বিশ্বাস হৈছে যে মই বিচাৰি ফুৰা ছোৱালীজনী তুমিয়েই হ'বা। তথাপিও

বৰ্তমানে মই তোমাৰ সম্ভাব্য স্বামী আৰু মোৰ নিজৰ পৰিচয় তোমাৰ আগত গোপন কৰিয়েই ৰাখিম আৰু এই বিষয়ে তুমি মোক ক্ষমা কৰিবা বুলিয়েই ভাবো। সেই বিষয়ে তুমি ভুল নুবুজিবা। যোৱা বহু বছৰ ধৰি মই যিজন মানুহৰ প্ৰাইভেট চেক্ৰেটৰী হৈ কাম কৰি আছো তেওঁ অজস্ৰ ঐশ্বৰ্য সম্পত্তিৰ অধিকাৰী। তেওঁ এজন সতি-সন্ততি নথকা বৰলা মানুহ। যথেষ্ট বৃদ্ধ, চিৰৰুগীয়া মোৰ সেইগৰাকীৰ স্বভাৱ অতি খিট্‌খিটীয়া ধৰণৰ। সেই অভ্যাসৰ মানুহজনৰ স্বাৰ্থপৰ স্বভাৱ, ভালপোৱা-বেয়াপোৱা আদি ব্যক্তিগত খুটিনাটিবোৰ সহ্য কৰিও মই তেওঁৰ অধীনত আজি বহুদিন ধৰি চাকৰি কৰি আহিছো আৰু সেই বাবে মোৰ নিজস্ব স্বাধীনতাও মই ভালেখিনি বিসৰ্জন দিবলগীয়া হৈছে। প্ৰকৃততে তেওঁৰ কাৰণে মই যিখিনি কৰিছো আন কাৰো বাবেই সেই কাম মই কেতিয়াও নকৰিলোহেঁতেন। পিচে মই পৰোপকাৰী আৰু নিঃস্বাৰ্থ হৈ সেই কাম কৰা নাছিলো আৰু প্ৰকৃততে মোৰ কামৰ বাবে প্ৰতিদান বিচাৰি আছিলো। মোৰ মনত সদায়েই আশা এটা আছিল যে মোৰ অবিহনে মোৰ গৰাকী চলিব নোৱাৰে। গৰাকীৰ ঐশ্বৰ্য সম্পদৰ বুজন অংশ এটা কেতিয়া পাওঁ সেই দিনটোৰ কাৰণেও মই ধৈৰ্য সহকাৰে অপেক্ষা কৰি আহিছিলো। কিন্তু এতিয়া দেখিছো যে মোৰ সেই আশাত কুঠাৰাঘাত পৰিবৰ উপক্ৰম হৈছে। অলপতে মোৰ গৰাকীয়ে এখন উইল কৰিছে। ভাগ্যক্ৰমে সেই উইলৰ কথা মই গম পালো আৰু তাত মোৰ নামত লিখি দিয়া সম্পত্তিৰ পৰিমানৰ কথাও জানিলো।

"তুমি বোধহয় নেজানা যে মোৰ বৰ্তমান বয়স ৬২ বছৰ আৰু এইজন গৰাকীৰ অধীনতেই মোৰ জীৱনৰ সুদীৰ্ঘ বিশ বছৰতকৈ অধিক কাল কটাইছো। মোৰ গৰাকীৰ সঞ্চিত ঐশ্বৰ্যৰ প্ৰায় গোটেইখিনিয়েই তেওঁৰ নামেৰে পৰোপকাৰী কাৰ্যৰ কাৰণে খৰচ কৰা হ'ব। এই মানুহজন ভৱিষ্যৎ জীৱন সম্বন্ধে তেনেই উদাসীন। তেওঁৰ নাম যুগমীয়া কৰিবলৈ টকা-পইচাখিনি সৎকাৰ্যত খৰচ কৰাই ভাল হ'ব বুলি মই ভাবো। ঘটনাৰ সোঁত কেনেকৈনো সলনি কৰিব পাৰি সেই বিষয়ে মই অতি গভীৰভাৱে চিন্তা কৰি আহিছো। এতিয়া মই এটাই মাত্ৰ উপায় বিচাৰি পাইছো, আৰু সেই বাবেই বাতৰি কাকতৰ সেই জাননীখন মই দিছো।"

থৰ লাগি বৈ মেইনাৰে অতি মনোযোগেৰে সকলো কথা শুনি গ'ল।

"মই মোৰ গৰাকীক হাড়ে-হিমজুয়ে চিনি পাওঁ আৰু তেওঁৰ লগত কেনেকুৱা

ব্যৱহাৰ কৰিব লাগিব খুব ভালদৰে জানো। মই কোৱামতে যদি সকলো কাম নিয়াৰিকৈ তুমি কাৰি যাব পাৰা তেনেহ'লে তুমিও অজস্ৰ সম্পত্তিৰ গৰাকীনী হ'ব পাৰিবা।"

"কিন্তু আপুনি কেলেই এই পন্থা অৱলম্বন কৰিব খুজিছে?"

ভদ্ৰলোকজনে মেইনাৰৰ কথাত ঈষৎ হাঁহিলে আৰু লাহেকৈ বিজুলী বাতিৰ চুইছটো টিপি দিলে। কোঠালিটো পোহৰ হৈ পৰিল। তেওঁ কৈ গ'লঃ-

"মোৰ সম্পত্তি লাভৰ পথত তুমিও যে কিছু ঐশ্বৰ্য লাভ কৰা উচিত, সেই বিষয়ে মই যত্ন লোৱা দৰ্কাৰ আৰু সেইটো নকৰিলে নহ'বও। মোৰ গৰাকীৰ এই বৃদ্ধ অৱস্থাত এজনী মাইকী মানুহৰ মধ্যস্থতাই বহুত পৰিৱৰ্তন ঘটাব পাৰে। এই সকলোবোৰ মই ভবা মতেই হ'ব; যদিহে মই শিকোৱা মতে তুমি কাম কৰি যোৱা।। কিন্তু আমাৰ পথ অতিমাত্ৰাই কণ্টকপূৰ্ণ। তাৰ প্ৰধান কাৰণ হ'ল এইয়েই যে সেই বুঢ়া মানুহজনে তিৰোতাক ঘিন কৰে, বিশেষকৈ তেওঁৰ সমপৰ্যায়ৰ টকা-পইচা থকা তিৰোতাক। তুমি অকলে বৃদ্ধৰ মতামতৰ একো সলনিকেই কৰিব নোৱাৰিবা। তোমাক তেওঁৰ পৰিবাৰ হিচাপে স্বীকৃতি লাভ কৰিবলৈ কি উপায়ৰ আৱশ্যক সেইটো মইহে ভাল দৰে জানো।"

"যদি মোক তেওঁ পৰিবাৰ হিচাপে গ্ৰহণ কৰে তেতিয়াহ'লে আপোনাৰ কাৰণে মই কি কৰিব লাগিব?"

"তুমি পাহৰি যাব নেলাগিব যে মোৰ কাৰণেহে তুমি তেওঁৰ পত্নী হ'ব পাৰিছা, আৰু তাকেই মনত ৰাখি তুমি মোৰ উপকাৰৰ স্বীকৃতি দিব লাগিব।" "আপুনি কি কৈছে মই একো বুজা নাই।" মেইনাৰে ক'লে।

"তেনেহ'লে খোলাখুলিকৈ তোমাক সকলো হিচাব-নিকাচৰ কথা কৈ পেলোৱাই ভাল হ'ব। মোৰ গৰাকী যদি আজি এতিয়াই মৰি যায়, তেনেহ'লে তেওঁৰ উইলমতে মই বিশ হেজাৰ ডলাৰ পাম। তুমি আচৰিত হৈছা নেকি বাৰু? আচৰিত হোৱাৰ কোনো কাৰণ নাই। সেইখিনি টকা তোমাৰ কাৰণে হয়তো অজস্ৰ যেন লাগিব। কিন্তু মোৰ গৰাকী বা মোৰ কাৰণে সি একোৱেই নহয়। তেওঁ যদি তোমাক বিয়া কৰায়, তেনেহ'লে আৰু এখন নতুন উইল কৰিবৰ আৱশ্যক হৈ পৰিব; আৰু তেতিয়া তুমিয়েই সেই সকলো ঐশ্বৰ্য সম্পত্তিৰ অধিকাৰিণী হৈ পৰিবা। এতিয়া মই বিচাৰিছো যে বৰ্তমানৰ মোৰ

প্ৰাপ্যৰ উপৰি তেওঁৰ মৃত্যুৰ পিচত তুমি মোক দুশ হেজাৰ ডলাৰ দিব লাগিব। মোৰ কাৰণে সি অভাৱনীয় সম্পদ হ'ব; আৰু তুমিও অজস্ৰ ধন-সম্পত্তিৰ মালিক হৈ পৰীৰ ৰাজ্যৰ সুখ উপভোগ কৰি দিন কটাব পাৰিবা।"

"কিন্তু তেওঁ যদি আৰু দহ-বাৰ বছৰ জীয়াই থাকে?"

"তেওঁৰ এতিয়া তেসত্তৰ বছৰ হৈছেই। পিছে সেই বিষয়ে তুমি ভবাৰ দৰ্কাৰেই নাই। অগাধ সম্পত্তিৰ তুমি গৰাকিনী হ'বাই যেতিয়া ছয় মাহ, এবছৰ বা দহ বছৰো তেওঁৰ লগত থাকিবলগীয়া হ'লে তাত তোমাৰ আপত্তি কৰিবলগীয়া কিবা আছে জানো?"

"কিন্তু তেওঁৰ এই ধন-সম্পত্তিৰ অধিকখিনিকেই আপুনি মোক অকলে কেলেই দিব খুজিছে?"

"মই মোৰ নিজৰ কাৰণে মাত্ৰ সেইখিনিকেই বিচাৰিছো। মই বিচৰাখিনি পালে তাৰেই মোৰ বাকী থকা দিনকেইটা সুখে-সন্তোষে থাকিব পাৰিম। নহয় জানো?"

"মইনো কি কম একো ভাবি পোৱাই নাই।" মেইনাৰে উত্তৰ দিলে।

"তোমাৰ অৱশ্যে ক'বলগীয়া একো নাই। মাত্ৰ মই কোৱা কথাখিনি আজি তুমি অতি ঠাণ্ডা মগজেৰে ভাবি চাবা আৰু কাইলৈ মোক তাৰ উত্তৰ দিবা।"

"ভাল বাৰু,"

"বাৰু, তোমাৰ লগত চিনাকি হ'বলৈ পাই সঁচাকৈয়ে মই অতি আনন্দিত হৈছো।"



## (তিনি)

পিচদিনা ৰাতিপুৱাৰ পৰাই মেইনাৰে সৌন্দৰ্য সাধনাত মনোনিবেশ কৰিলে। প্ৰথমেই তেওঁৰ আলপৈচান ধৰিবলৈ দিয়া চাকৰণী ছোৱালীজনীক কাপোৰ-কানিবোৰ অতি সুন্দৰভাৱে ইস্ত্ৰী কৰাবলৈ লগাই দিলে। বিখ্যাত জোতা দোকান এখনলৈ গৈ যথেষ্ট দামী জোতা এজোৰ কিনি ল'লে আৰু চিনাকি চেলুন এখনলৈ গৈ চুলিখিনি আধুনিক ষ্টাইলত সজাই ল'লে। এটা নতুন জীৱনৰ পাতনি মেলাত তেওঁ আনন্দিত হ'ল। কি উপায়ে তেওঁ ভাবি স্বামীৰ মন আকৰ্ষণ কৰিব, কেনেকৈ তেওঁৰ আগত ওলাব ইত্যাদি কথা ভাবি তেওঁৰ চকুত ৰাতি টোপনিয়েই নাহিল। গতিকেই সকলো কথা ভাবিবলৈ তেওঁ যথেষ্ট সময়ো পালে। তেওঁ ভবা মতে অৱশ্যে সকলো থিকে-থিকেই হৈয়ো গৈছিল।

আগৰ বন্দবস্ত মতে পিচদিনা তেওঁ ইন্টাৰভিউৰ বাবে থিক কৰি থোৱা কোঠালিত উপস্থিত হ'লগৈ। ভদ্ৰলোকজন সেইদিনা ধুনীয়া টুইডৰ চুট এজোৰ পিন্ধি আগদিনা দেখাতকৈও ডেকা যেন হৈ তেওঁৰ কাৰণে তাত অপেক্ষা কৰি আছিল। মিচিকিয়া হাঁহিৰে সম্ভাষণ জনাই মেইনাৰক বহিবলৈ দি তেওঁ সুধিলে ঃ—

"কালি ৰাতি ভাল টোপনি হ'লনে বাৰু?"

"প্ৰকৃততে মই ৰাতি চকুৰ টিপকেই মাৰিব নোৱাৰিলো। আপুনি কোৱা কথাবোৰ ভাবি থাকোঁতেই ৰাতি পুৱাই গ'ল।"

"তেনেহ'লে তুমি কি সিদ্ধান্ত কৰিলা?" লাজকুৰীয়া হাঁহি এটা মাৰি মেইনাৰে উত্তৰ দিলে," এই বিয়াত মোৰ সন্মতি আছে— অৱশ্যে যদি আপোনাৰ তৰফৰ পৰা একো আপত্তি নাই।"

"তোমাৰ সিদ্ধান্তত মই অতি আনন্দিত হৈছো। এতিয়া আমি অন্যান্য চিন্তা কৰিবৰ হ'ল। তোমাক বুদ্ধি-ভৰসা দিয়া নিজৰ কোনোবা উকীল আছে নেকি

বাৰু।"

"আপুনিও ভাল কথা সুধিছে। উকীলৰ লগত মোৰ সম্বন্ধ থাকিবলগীয়া দৰ্কাৰেই বা কি আছিল? তেনেকুৱা কোনো সমস্যাৰো উদ্ভৱ হোৱা নাছিল। আনকি মই কোনো উকীলকেই চিনি নেপাওঁ।"

হাতত লৈ থকা পেন্সিলডাল আঙুলিৰ মাজত সুমুৱাই লৈ ভদ্ৰলোকজনে ক'লে "সেইয়েই নেকি? তেনেহ'লে তোমাৰ ব্যক্তিগত কিবা দলিল-পত্ৰাদি আছে নেকি বাৰু?"

ৰগৰ কৰি মেইনাৰে উত্তৰ দিলে "মোৰ পাছপোৰ্টখন আৰু ৰেচন কাৰ্ডৰ বাহিৰে আন একো দলিল-পত্ৰই মোৰ হাতত নাই।"

"পিচে বিয়া কৰাবলৈ হ'লে অন্ততঃ তোমাৰ হাতত জন্ম চাৰ্টিফিকেট-খনৰেই আৱশ্যক হ'ব। এইখন পিচে অতি সোনকালেই লাগিব।"

" পিচে মোৰ জন্ম চাৰ্টিফিকেটখন পোৱাহে কঠিন হ'ব। বোমাবৰ্ষণৰ সময়ত হামবাৰ্গৰ অফিচ-কাছাৰী সকলো ছাৰখাৰ হ'ল। জন্ম চাৰ্টিফিকেট থকা নগৰ পালিকাৰ অফিচো সেই বোমাবৰ্ষণত নিশ্চিহ্ন হৈ গ'ল।"

"সেইটো অৱশ্যে হয়। তথাপিও কিছুমান আইন সম্বন্ধীয় লেঠা আমি নিজেই মাৰিব লাগিব" ভদ্ৰলোকজনে ক'লে আৰু দ্ৰয়াৰৰ পৰা এটা ফাইল বাহিৰ কৰি টেবুলৰ ওপৰত থ'লে।

কোনো প্ৰসঙ্গ উল্লেখ নকৰাকৈয়েই ভদ্ৰলোকজনে মেইনাৰক ক'লে "মিছ মেইনাৰ, তোমাক মই তোলনীয়া জী কৰি ল'লোঁ।"

আচৰিত হৈ মেইনাৰে সুধিলে "আপুনি কি কৈছে?"

"আচৰিত নহ'বা। তোমাক মই তোলনীয়া দুহিত্ৰী হিচাপে ল'লোঁ। তুমি এতিয়াৰ পৰা আইনতঃ মোৰ ছোৱালী হ'লা।" ফাইলটোৰ ওপৰত হাতেৰে হেঁচা দি ধৰি ওঁঠত হাঁহি এটা লৈ তেওঁ কৈ গ'ল-" তুমি কেনেকুৱা দেখা বাৰু?"

মেইনাৰ হতভম্ব হোৱাৰ দৰে বহি আছিল। শেষৰ প্ৰশ্নটোৱে যেন তেওঁৰ চেতনা ঘূৰাই আনিলে। থোকাথুকি মাতেৰে তেওঁ ক'লে-"ই আপোনাৰ দয়াহে।"

"তুমি পিচে মোক ভুল নবুজিবা। মই পৰোপকাৰীৰ ভাও ধৰিব খোজা নাই। মই ব্যৱসায়ী লোক। তোমাক লৈ মই জুৱা খেলা আৰম্ভ কৰিব খুজিছোঁ।

উপেক্ষিত যৌৱন মোৰ

"ক্ষমা কৰিব, আপোনাৰ কথা মই বুজিব পৰা নাই।"

"মই বিচৰা প্ৰকৃত ছোৱালীজনী তুমিয়েই; কিয়নো মোৰ দিহা-ভৰসামতে সকলো কাম কৰিবলৈ তুমি মান্তি হৈছা। তোমাক মোৰ সাৰথি কৰি লোৱাৰ প্ৰধান উদ্দেশ্যই হ'ল শক্তিশালী অস্ত্ৰ এপাত ব্যৱহাৰ কৰি কাৰ্যসিদ্ধি কৰা। তোমাৰ আন্তৰিকতা সম্বন্ধে মই নিঃসন্দেহ। তোমাৰ বিয়া নোহোৱা পৰ্যন্ত তোমাৰ সহায় মই পাম। কিন্তু বিয়াৰ পিচত জানো............?"

মেইনাৰ নিৰ্বাক-নিস্পন্দ হৈ বহি থাকিল মাত্ৰ। ভদ্ৰলোকজনে কৈ গ'ল— "বিয়াৰ পিচত বৃদ্ধ স্বামীক ৰূপ-যৌৱনে ভৰপূৰ এগৰাকী সুন্দৰীয়ে সহজেই পতিয়ন নিয়াব পাৰিব যে তেওঁৰ চেক্ৰেটৰীয়ে তেওঁক বহুত কুবুদ্ধি দিছিল। তেনেকুৱা এটা অৱস্থাৰ সৃষ্টি হ'লে চেক্ৰেটৰীৰ অৱস্থা কি হ'ব বাৰু?"

"মই তেনেকুৱা বিশ্বাসঘাতকৰ কাম কেতিয়াও নকৰো। আপুনি বাৰু খোলাখুলিভাৱে কওকচোন মোক তোলনীয়া জী কৰাৰ পৰা আপোনাৰ অৱস্থা কেনেকুৱা নিৰ্ভয় হয়?"

"তুমি অলপ ভাবি চালেই এই কথাৰ উত্তৰ পাবা। এইটো জ্বল্‌জ্বল্ পট্‌পটৈহে ওলাই থকা কথাযে বাপেকক জীয়েকে অনাহকত কেতিয়াও সন্দেহ নকৰিব। অৱশ্যে তোমাক তোলনীয়া জী কৰাৰ কথা মই কাৰো আগত প্ৰকাশ নকৰো।"

মেইনাৰে এখন ভৰিৰ ওপৰত আনখন ভৰি তুলি দি চকিখনত আউজি বহিল আৰু লাহে লাহে কৈ গ'ল- "আপুনি নেভাবিব যে আপোনাৰ পৰিকল্পনাত মই বিৰোধিতা কৰিছো। মই মাত্ৰ আচৰিতহে হৈছো। সেইবোৰ যাওক বাৰু। মই মোৰ স্বামীক কেতিয়া দেখা কৰিব পাৰিম কওকচোন বাৰু!" "সেই সময় এতিয়াও উপস্থিত হোৱা নাই। তেওঁৰ সন্মুখত ওলোৱাৰ আগতে আৰু ভালেখিনি কথা শিকাই বুজাই তোমাক মই উপযুক্ত কৰি ল'ব লাগিব। তুমি যে অতি ধুনীয়া ছোৱালী তাত সন্দেহ নাই। তথাপি তুমি আৰু সুন্দৰী হৈ ওলাব লাগিব। তোমাৰ চুলি, সাজপাৰ, খোজকঢ়া আৰু কথাবাৰ্তাৰ ধৰণৰ আৰু উন্নতি কৰিব লাগিব। পিচে তুমি ব্যৱসায়-বাণিজ্য কিম্বা ঘোঁৰা দৌৰ আদিৰ কথা তেওঁৰ আগত ঘূণাক্ষৰেও অৱতাৰণা কৰিব নেলাগিব। সেইবোৰ বাৰু এতিয়া থাওক। ইয়াৰ আগতে আৰু সৰু সৰু কথা কেইটামান আমি ঠিকঠাক কৰি ল'ব লাগিব।"

"আপুনি যি কয় তাকেই কৰিবলৈ মই সদায় সাজু থাকিম।" মেইনাৰে ক'লে।

"বৰ ভাল কথা। তেনেহ'লে তুমি উঠি আহি মোৰ ঠাইত বহাহি। মই কৈ যোৱা মতে তুমি চিঠি এখন লিখিব লাগিব।"

"কালৈ?" মেইনাৰে সুধিলে।

"তোমাৰ নিজৰ হাতৰ আখৰেৰে সেইখন চিঠি তুমি মোলৈ লিখিব লাগিব। এই চিঠিখন লিখাই লোৱাৰ মাত্ৰ এটা কাৰণ আছে, আৰু সেইটোৱেই হ'ল যাতে তোমাৰ স্বামীৰ মৃত্যুৰ পিছত তুমি মোক দিব খোজা দুশ হেজাৰ ডলাৰৰ প্ৰতিজ্ঞাৰ বিষয়ে পিচত তুমি অস্বীকাৰ কৰিব নোৱাৰা।"

"মই যে এই কথাত কালিয়েই সন্মতি দিলো!"

"সেইটো অৱশ্যে হয়। তথাপিও লিখা কাগজ এখন দিয়াতো সদায় অতি দৰ্কাৰী। তুমি হয়তো পিচত এই কথা পাহৰিও যাব পাৰা। অৱশ্যে সম্প্ৰতি এই লিখাখনৰ একো অৰ্থই নেথাকিব; কিয়নো বিয়াৰ পিচত তোমাৰ নামেৰেহে তুমি এই কাগজখনত চহী কৰিব লাগিব। তুমি সকলো ঐশ্বৰ্যৰ মালিক হৈ মোৰ প্ৰাপ্যখিনি দিয়াৰ পিচতেই এই কাগজ মই তোমাক ঘূৰাই দিম।"

উত্তেজনাত ৰ'ব নোৱাৰি মেইনাৰ থিয় হ'ল। ভদ্ৰলোকজনে তেওঁৰ কান্ধত ধৰি জোকাৰি দিলে। দুবাহুত হাত দি তেওঁৰ মুখখন নিজৰ ফাললৈ জোৰকৈ ঘূৰাই লোৱাই ভদ্ৰলোকজনে মেইনাৰলৈ খন্তেক চালে আৰু পুনৰ ক'বলৈ ধৰিলে- "তুমি মোৰ ওপৰত সম্পূৰ্ণ বিশ্বাস ৰাখিব লাগিব। সেই একে বিশ্বাসতেই মই সকলো পৰিকল্পনাৰ কথা তোমাৰ আগত কৈছো। এই ব্যৱসায়ত আমি দুয়ো অংশীদাৰ। যদি তুমি মোক অবিশ্বাস কৰা কিম্বা শেষত গৈ মোক প্ৰতাৰণা কৰা তেনেহ'লে আমাৰ সম্বন্ধ এতিয়াই চিঙি পেলোৱাই ভাল হ'ব। এই কাৰ্য অকল তোমাৰ দ্বাৰাইহে যে সিদ্ধি হ'ব সেই কথা তুমি ভবা উচিত নহয়। মোৰ হাতত তোমাৰেই নিচিনা আৰু তিনি-জনী বেলেগ ছোৱালী এতিয়াও আছে।"

মেইনাৰৰ চেতনা ঘূৰি আহিল। তেওঁ ব্যগ্ৰ হৈ সুধিলে "তেনেহ'লে মই কি লিখি দিব লাগিব?"

ভদ্ৰলোকজনে তেতিয়া দলিল লিখিব পৰা কাগজ এখন উলিয়ালে।

ফাউণ্টেন পেনটো হাতেৰে তুলি লৈ কাগজ আৰু কলম মেইনাৰৰ সন্মুখত দিলে। চকীখন টানি আনি মেইনাৰক টেবুলৰ ওচৰত বহিবলৈ দিলে আৰু লিখিবৰ কাৰণে সাজু কৰাই লৈ এইদৰে কৈ যাবলৈ ধৰিলে। তেওঁ কোৱা মতে মেইনাৰে লিখি গ'ল ঃ—

"পূজনীয় দেউতা,

আপোনাৰ কাৰণে দুশ হেজাৰ ডলাৰৰ চেক্ এখন ইয়াৰ লগতে গাঁঠি পঠিয়ালো। সকলো হিচাব-পত্ৰৰ লেঠা মৰাৰ পিচত এইখিনি আপোনাৰ প্ৰাপ্য। মোৰ স্বামীৰ মৃত্যু হ'ল আৰু সেইবাবে এইখিনি ধন আপোনাক দিলো। এই ক্ষুদ্ৰ দানত আপুনি সন্তুষ্ট হ'ব বুলি মই আশা কৰিছো।" লিখিবলৈ এৰি মেইনাৰে মূৰ দাঙি চাই তেওঁক ক'লে "শেষৰ শাৰীটোৰ মই একো অৰ্থ বিচাৰি পোৱা নাই।"

ভদ্ৰলোকজনে উত্তৰ দিলে "চিঠিৰ কথাখিনি সহজেই আনৰ বোধগম্য বুলি বিবেচিত হ'ব লাগিব। তোমাৰ স্বামীৰ মৃত্যুৰ পিচত তোমাৰ পিতৃ হিচাপে মোৰ প্ৰাপ্য বিশ হেজাৰ ডলাৰতকৈও যে আৰু অধিক কিছু বিচাৰিম সেইটো স্বাভাৱিক; আৰু সেই প্ৰলোভনৰ বাবে মই যে নিজই দোষী এই কথাও যে মোৰ মনলৈ নহাকৈ থকা নাই সেইটোও মই কাৰ্যত দেখুৱাব লাগিব।"

"বাৰু আপুনি কৈ যাওক, মই লিখি গৈছো।" মেইনাৰে ক'লে। ভদ্ৰলোকজনে কৈ গ'ল "সকলো ঘটনাই সময়ৰ বুকুত বিলীন হৈ যাব।

মই আপোনাক দিয়া এই ধনখিনিৰে আপোনাৰ জীৱনৰ বাকী থকা দিনকেইটা সুখে-সন্তোষে কটাবৰ কাৰণে যথেষ্ট হ'ব বুলি মোৰ বিশ্বাস।

ইতি—

আপোনাৰ মৰমৰ জী

মেইনাৰ কৰ্ফ ৰিচমণ্ড।"

চিঠি লিখা শেষ হোৱাৰ লগে লগেই ভদ্ৰলোকজনে ক'লে ঃ—

"তোমাৰ ভৱিষ্যতত হ'বলগীয়া নামটোৰ বিষয়ে তুমি এতিয়া জানিলা। মোৰ নাম হ'ল এণ্টন কৰ্ফ আৰু সেই বাবেই তুমিও হ'বা মেইনাৰ কৰ্ফ। ৰিচমণ্ডক বিয়া কৰাই তুমি সেই নামটোৰ উত্তৰাধিকাৰিণী হ'বা। পিচত তোমাৰ নিজস্ব বেংকৰ একাউণ্ট খোলাৰ পিচত তুমি মোৰ চেক্খন দিবা। সম্প্ৰতি

মোৰ নাম আৰু ঠিকনা লিখি লেফাফাটো মোক দি দিয়া যাতে ভৱিষ্যতে আৰু একো গণ্ডগোলৰ সৃষ্টি নহয়।" ইয়াকেই কৈ তেওঁ নিউয়ৰ্কৰ ঠিকনা এটা দিলে আৰু মেইনাৰে লেফাফাটোৰ ওপৰত সেই ঠিকনা লিখি তেওঁক দি দিলে।

"এইখিনি কষ্ট সহ্য কৰাৰ কাৰণে তুমি ধন্যবাদৰ পাত্ৰ। সৰু দুই-এটা কাম কৰিবলৈ এতিয়াও আমাৰ বাকী আছে। সম্প্ৰতি বাৰু তোলনীয়া জী কৰিবলৈ কৰা এই কাগজখনতেই চহী কৰা" এণ্টন কৰ্ফে কলে।

মেইনাৰে উত্তৰ দিলে "আপুনি দেখিছো সকলো পৰিকল্পনা আগতেই কৰি থৈছে।" "সেইটো নকৰিলে বা হ'বই কেনেকৈ?" যন্ত্ৰচালিতৰ দৰে মেইনাৰে টাইপ কৰা কাগজ কিছুমানত চহী কৰি গ'ল আৰু এণ্টন কৰ্ফলৈ নোচোৱাকৈয়ে সুধিলে—

"আপুনি জাৰ্মান দেশীয় মানুহ নেকি বাৰু?"

"তুমি থিক ধৰিছা। মোৰ ঘৰ হামবাৰ্গত আৰু সেই বাবেই এই ঐশ্বৰ্য সম্পদৰ অধিকাৰী হ'বৰ কাৰণে মোৰ দেশবাসী এজন বিচাৰিছিলো।"

"আপুনি বিবাহিত নহয় নেকি?"

"ওঁহো, মই বিয়া কৰোৱা নাই। তোমাক মই এজন পিতৃহে দিলো, আন পৰিয়াল দিব নোৱাৰিলো।"

"এতিয়া বাৰু মই কৰিবলগীয়া আৰু কি বাকী থাকিল?"

"আৰু বহুতেই আছে। তুমি অগ্নি পৰীক্ষাৰ বাবে সাজু হৈ লোৱা। দামী দামী আৰু ৰং-বিৰঙৰ পোছাক কিনা। সুগন্ধি স্নো-পাউডাৰ আৰু অন্যান্য ৰূপ সজ্জাৰ বস্তু গোটাই লোৱা। ৰূপৱতী হ'বলৈ কি কি বস্তুৰ আৱশ্যক সেই বিষয়ে বোধ হয় এজনী গাভৰু ছোৱালীক মই শিকাই দিয়াৰ দৰ্কাৰো নাই। তোমাক যদি আৰু ধন লাগে মোক জানিবলৈ দিবা। অ' আৰু শুনা। এটা দৰ্কাৰী কথা বাদ পৰিছে, ৰিচমণ্ডে কিন্তু সেউজীয়া ৰংটো ভাল নেপায়। সেই বিষয়ে মনত ৰাখিবা।"

সেই অনুসাৰেই মেইনাৰে ৰাজকুমাৰীৰ নিচিনাকৈ অতি মূল্যবান পোছাক-পৰিচ্ছদ কিনাত লাগি গ'ল। তেওঁ ভালদৰে বুজিলে যে পুৰুষ জাতিৰ মন আকৰ্ষণ কৰিবলৈ একমাত্ৰ উপায় হৈছে অতি পৰিপাটি সাজ পাৰ। চহৰত

নাম থকা দোকানৰ পৰা সাজসজ্জা আৰু প্ৰসাধনৰ সামগ্ৰী কিনি মেইনাৰ আগতকৈও ধুনীয়া হ'বৰ বাবে চেষ্টাত লাগিল।

মেইনাৰৰ নতুন জীৱন আৰম্ভ হ'ল। ৩০৬ নং হোটেলত এণ্টন কৰ্ফৰ লগত নিতৌ আহাৰৰ সময়ত এণ্টন কৰ্ফে বাকী থকা সকলো শিক্ষা মেইনাৰক দি যাবলৈ ধৰিলে। তেওঁৰো ব্যৱসায়ী বুদ্ধি খটুৱাই সকলো কথা তৎক্ষণাতেই শিকি ল'লে। আবেলি আনকি ফুৰিবলৈও তেওঁ ওলাই নোযোৱা হ'ল।

এণ্টন কৰ্ফে মেইনাৰক ক'লে "ইয়াৰ মানুহে তোমাক চিনি পোৱাতো ভাল নহ'ব। কাৰ্ল ৰিচমণ্ডে ভাবক যে তেওঁহে তোমাক আৱিষ্কাৰ কৰিলে... আৰু এনেকৈয়ে প্ৰথম দৰ্শনতেই বৃদ্ধক তুমি পৰাস্ত কৰিব লাগিব।"

মেইনাৰে ব্যস্তভাবে সুধিলে— "মই যদি এই কাৰ্যত সিদ্ধি লাভ নকৰো তেতিয়াহ'লে কি হ'ব?"

"সেইটো সহজ হৈ আছে। তেতিয়া তুমি হামবাৰ্গলৈ ঘূৰি গৈ তোমাৰ আগৰ কামত লাগিবাগৈ।"

দিনবোৰ বাগৰি যাবলৈ ধৰিলে। এণ্টন কৰ্ফে মেইনাৰক সকলো বুজাই-বঢ়াই ইতিমধ্যে পাকৈত কৰাই ল'লে। মেইনাৰ নিজে বুদ্ধিমতী ছোৱালী। গতিকে বেছি কথা তেওঁক বুজাব নেলাগিছিল। আনপিনে এণ্টন কৰ্ফেও তেওঁৰ বুদ্ধি খটুৱাই বহুত কথা ইঙ্গিতেৰেও বুজাব পাৰিছিল। গতিকে পৰস্পৰৰ মাজত বুজা-পৰাৰ অভাৱ অকণো নাছিল।



## (চাৰি)

লাকি নামৰ সৰু জাহাজখনত ভাত খোৱা কোঠালিত চকা লগোৱা চকীখনত বহি কাৰ্ল ৰিচমণ্ডে তৰ্জন গৰ্জন কৰি আছিল, কিয়নো ইতিমধ্যে তেওঁৰ চিগাৰেট শেষ হৈ গৈছিল। চকীখনত লগোৱা দুটা চকা দুয়োখন হাতেৰে ঘূৰাই তেওঁ টেবুলৰ ওচৰৰ পৰা চকীখন অলপ দূৰলৈ লৈ গ'ল আৰু ওচৰতে থকা নিগ্ৰো চাকৰ তিনিটাক গালি শপনি পাৰি খং সাৰিলে। গালি খোৱাত অভ্যস্ত চাকৰকেইটাই মনে মনে সকলো শুনি গ'ল। সিহঁতৰ মৌনতাই বৃদ্ধিৰ খং আৰু দুগুণহে বঢ়ালে।

"অকৰ্মণ্যৰ দল ক'ৰবাৰ" বুঢ়াই গৰজি উঠিল। "মই মৰিবলৈহে তঁহতে যেন আটাইয়ে বাট চাই আছ, যাতে মোৰ মৰাশৰ ওপৰত শগুণ হৈ বহিবহি পাৰ। কিন্তু তহঁতৰ সেই আশা বৃথা হ'ব। এটা ফুটা কড়িও তহঁতে নেপাবি। তহঁতৰ নিচিনা অবিশ্বাসী পশুবোৰলৈ মই একো ধন সম্পত্তিকেই এৰি থৈ নেযাম। মই অসুস্থ। তহঁতে ক'ব নোৱাৰা হৈয়েই আছ নেকি? মোক এতিয়া মনৰ শান্তি লাগে। তহঁতে মোক জ্বলাই নেথাকিবি। ডাক্তৰেও সেই একে কথাকেই কৈছে।" খঙত টিকিচি বিকিচি উঠি বুঢ়াই পাগলৰ দৰে যিহকে পাই তাকেই বকিবলৈ ধৰিলে।

"তহঁত ইয়াৰ পৰা এতিয়াই ওলাই যা। মোক অলপ অকলে থাকিবলৈ দে। মই অকলে থাকিয়ে ভালপাওঁ। মই বুঢ়া হোৱা বাবে মোৰ কাৰণে তহঁত কোনেও নাভাব। কিন্তু মনত ৰাখিবি মই ঐশ্বৰ্যশালী। তহঁতে মোক ভাল পাব বা নেপাব টকাৰ কাৰণে মোৰ অধীনত তহঁতে কাম কৰিবই লাগিব। মই কৈছো নহয়, এতিয়াই তহঁত ইয়াৰ পৰা যা। আৰু শুন, জাহাজৰ কেপ্টেইনক মই মাতিছো বুলি কবি।"

নিগ্ৰো চাকৰকেইটাই বুঢ়াৰ গালি খাই ভয়তে পেঁপুৱা লাগিল আৰু আটাইকেইটাই একেলগে নিঃশব্দে তাৰ পৰা ওলাই গ'ল।

সিহঁত ওলাই যোৱাৰ পিচত কাৰ্ল ৰিচমণ্ডে চকীখনৰ চকাকেইটা দুয়োখন হাতেৰে ঘূৰাই লৈ গাধোৱা ঘৰত সোমালগৈ। আইনাৰ ওচৰলৈ গৈ মূৰটো ধুনীয়াকৈ ফণিয়াই ল'লে আৰু সুগন্ধি আতৰ কিছু গাত লগাই ল'লে। যোৱা দুদিন ধৰি বৃদ্ধৰ বাওঁ চকুৰ পৰা ধাৰাসাৰে পানী বৈ আছিল। চকুৰ এই অসুখটোৱে তেওঁক আৰু খিট্‌খিটীয়া কৰিছিল। আইনাৰ সন্মুখত চকীখনত বহা ঠাইৰ পৰাই বুঢ়াই চকুটো চাই ল'লে। তাৰ পিচত লগাই থোৱা দাঁতকেইটা এবাৰ চালে আৰু চকীখনৰ চকাকেইটা ঘূৰাই ঘূৰাই তেও আকৌ আগৰ কোঠালিলৈ আহিল। জাহাজৰ কেপ্তেইন আহি ইতিমধ্যে তেওঁৰ কাৰণে তাত অপেক্ষা কৰি আছিল।

বৃদ্ধক দেখিয়েই কেপ্তেইনে টুপীটো খুলি হাতত ল'লে আৰু সন্মান দেখুৱাই থিয় দি সুধিলে "গৰাকীয়ে মোক মাতি পঠাইছে বাবে মই আহিছো।"

"এৰা তোমাক মই মাতিছিলো। আমি কে'নচ কেতিয়া পাম গৈ?

"অন্ততঃ আৰু দুদিন লাগিব।"

বৃদ্ধই আকৌ প্ৰশ্ন কৰিলে, "মোৰ কাৰণে কিবা সংবাদ আদি আহিছে নেকি?"

"নাই অহা।" বুঢ়াৰ খঙে আকৌ চুলিৰ আগ পালেগৈ "মোৰ জাহাজত তেতিয়াহ'লে বেতাৰ যন্ত্ৰ এটা ৰখাৰ কি লাভ হৈছে? মোৰ কাৰণে ভাবোতা আজিলৈ কোনো নোলাল। এণ্টন কৰ্ফে কিবা সংবাদ পঠাইছে নেকি?

"যোৱা তিনি দিন ধৰি তেওঁৰ পৰা একো সংবাদ অহা নাই।"

বৃদ্ধই ক'লে "মোৰ চকুটো চাবলৈ এজন বিশেষজ্ঞৰ দৰ্কাৰ হৈছে। মনত ৰাখিবা, তেওঁ ইউৰোপৰ শ্ৰেষ্ঠ বিশেষজ্ঞজনহে হ'ব লাগিব। তুমি সঁচা কথা কোৱাচোন বাৰু মোৰ চকুটো কালিতকৈ বেছি ফুলিছে নে নাই? ওচৰলৈ আহি নোচোৱা কেলেই? ভয় নকৰিবা। মোৰ সোঁচৰা ৰোগ হোৱা নাই।" এই খিনি কোৱাৰ পিচত খঙৰ কোবতেই বুঢ়াই চকীখন কেপ্তেইনৰ একেবাৰে ওচৰলৈকে লৈ গ'ল।

কেপ্তেইনে অলপ বেঁকা হৈ অতি যত্ন সহকাৰে চকুটো পৰীক্ষা কৰি চাই ক'লে "গৰাকীৰ চকুটোৰ পৰা কালিতকৈ অলপ বেছি পানী ওলোৱা যেন দেখা যায়।"

"সঁচাকৈয়ে এইটো বৰ টান বিধৰ বেমাৰ নেকি?" বুঢ়াই সুধিলে।

কেপ্তেইনে ক'লে "সেই বিষয়ে মতামত দিবলৈ মই উপযুক্ত লোক নহওঁ মহাশয়।"

বুঢ়াৰ ক্ৰোধ এইবাৰ আৰু দুগুণে চৰিল আৰু চিঞৰি চিঞৰি ক'লে "তুমি জহন্নামে যোৱা।"

"উত্তম মহাশয়।" কেপ্তেইনে সেইটোৰ বাহিৰে আন উত্তৰ কি দিব ভাবি নেপালে আৰু টুপিটো পিন্ধি লৈ সভয়ে কোঠালিটোৰ পৰা ওলাই গ'ল। যাওঁতে এবাৰ ঘূৰিও নেচালে।

কেপ্তেইন ওলাই যোৱাৰ পিচত একাঙ্গী বেমাৰত আক্ৰান্ত এই বৃদ্ধই কি কৰিব একো ভাবি নেপালে। সময় কেনেকৈ কটাব এইটোৱেই আছিল বৃদ্ধৰ বাবে এটা অতি ডাঙৰ সমস্যা।

ৰুগ্ন আৰু বয়োবৃদ্ধ এই মানুহজনৰ বাবে সকলো সা-সুবিধা কৰি লোৱা এই জাহাজখনেই আছিল এখন ক্ষুদ্ৰ জগত। বছৰটোৰ প্ৰায় বাৰ মাহেই এই জাহাজখন লৈ সমুগ্ৰ যাত্ৰাত কটোৱাই আছিল বৃদ্ধৰ একমাত্ৰ কাম। তাৰ বাহিৰে আৰু কিবা কৰ্তব্য আছে বুলি বৃদ্ধই নেভাবিছিল। নিজৰ চাকৰ-নাকৰৰ ওপৰত একছত্ৰী সম্ৰাট হৈ তাহাঁতৰ ওপৰত প্ৰভুত্ব খটুৱাই জাহাজত ভ্ৰমণ কৰি ফুৰাই আছিল তেওঁৰ জীৱনৰ একমাত্ৰ লক্ষ্য। আনকি বন্দৰত আহি জাহাজখন লাগিলেও তেওঁ পাৰলৈ নামি আহিবলৈকো ইচ্ছা নকৰিছিল। সীমাবদ্ধ এই জাহাজৰ ভিতৰৰ সংসাৰখনৰ সকলো খুটি নাটি পিচে বুঢ়াৰ চকুত পৰিছিল আৰু ইয়াৰ ভিতৰত কোনোও তেওঁক ফাকি ফুকা দি সাৰিব নোৱাৰিছিল। এই জাহাজৰ ভিতৰতেই অৱশ্যে তেওঁৰ হিতাকাঙক্ষীও আছিল বহুত। তাৰ ভিতৰতে বৃদ্ধৰ শত্ৰুও আছিল। এই সকলোৰে গতিবিধি লক্ষ্য কৰিবলৈ তেওঁৰ নিজস্ব চোৰাংচোৱাও আছিল। শত্ৰুক পৰাস্ত কৰাৰ উৎসাহে দিছিল তেওঁৰ ৰুগ্ন জীৱনতো জীয়াই থাকিবলৈ প্ৰেৰণা।

শত্ৰুৱে হাৰ মানি তেওঁৰ ওচৰত শৰণাগত হ'লেই তেওঁ পাইছিল অভূতপূৰ্ব আনন্দ।

সেই বুলি কাৰ্ল ৰিচমণ্ডক এটা দস্যুৰ লগত তুলনা কৰাটো ভুল হ'ব। তেওঁ প্ৰথমে হামবাৰ্গৰেই বাসিন্দা আছিল। তাৰ পিচত ব্যৱসায়ৰ সুবিধাৰ

কাৰণে আমেৰিকাৰ নাগৰিক হ'ল 'নেচাৰালাইজড্' হিচাপে। নিজৰ বুদ্ধিৰ বলত তেওঁ অজস্ৰ ধন-দৌলত গোটালে। তেওঁৰ ভাগ্যয়ো এই ধন-দৌলত আহৰণত বৰঙণি যোগাইছিল। তেওঁৰ মাটিৰ তলত এটা খনিজ তেল বাহিৰ হ'ল আৰু সেই তেলেই আনিলে তেওঁৰ সৌভাগ্য। তাৰ লগতে নিজৰ বুদ্ধি কৌশল খটুৱাই নিজৰ ব্যৱসায়ো সম্প্ৰসাৰণ কৰি ললে। কাৰ্ল ৰিচমণ্ড সদায় অকলশৰীয়া হৈ থাকিবলৈহে ভাল পাইছিল। তেওৰ জীৱনটোও প্ৰকৃততে তেনেকৈয়ে গ'ল। অকলশৰীয়া এই জীৱনে তেওঁৰ স্বভাৱ অতি কঠিন কৰি তুলিছিল আৰু আনৰ প্ৰতিও তেওঁ সদায় কঠোৰ আছিল। দূৰ সম্বন্ধীয় এণ্টন কৰ্ফক তেওঁ প্ৰথমে ১৯৩৪ চনত জাৰ্মান ভ্ৰমণৰ সময়ত লগ পাইছিলে; আৰু সেই যাত্ৰাৰ সময়খিনিৰ বাবে তেওঁক তেওঁৰ ব্যক্তিগত চেক্ৰেটৰী কৰি লৈছিল। বংশগত বান্ধোন থকাৰ কাৰণেহে যে ৰিচমণ্ডে কৰ্ফক ভাল পাইছিল সি নহয়। কৰ্ফৰ নিজস্ব বুদ্ধিবৃত্তি আৰু গুণৰাজিও আছিল প্ৰশংসনীয়। তেওঁৰ গুণত মোহিত হৈ ৰিচমণ্ডে তেওঁক স্থায়ীভাৱেই নিজৰ চেক্ৰেটৰী হিচাপে ৰাখি থ'লে। এণ্টন কৰ্ফ যেনেকুৱা বুধিয়ক আছিল, তেনেকৈ তেওঁ সুবিধাবাদীও আছিল আৰু হাতত পোৱা সুবিধা অথলে যাবলৈ কেতিয়াও নিদিছিল। বৃদ্ধয়ো পিচে এণ্টন কৰ্ফৰ মন ভাল দৰেই বুজিছিল। ব্যৱসায়ী বুদ্ধিত পটু ৰিচমণ্ডে এণ্টন কৰ্ফৰ এই সুবিধাবাদী চৰিত্ৰৰ ইন্ধন যোগাইছিল অতি নিপুনভাৱে যাতে সেই আশাত বন্দী হৈ এই চেক্ৰেটৰীজনে আৰু লাভবান কাম বৃদ্ধক কৰি দিব পাৰে।

টকাই বুঢ়াক চৰিত্ৰভ্ৰষ্ট কৰিলে। সুদীৰ্ঘ এই জীৱনত টকাৰ মূল্য তেওঁ ভালদৰেই উপলব্ধি কৰিছিল। দুগুণ টকা খৰচ কৰি আনকি তেওঁ সাধু বুলি বিবেচিত মানুহকো কিনি ল'ব পাৰিছিল। তেওঁ সদায় কৈছিল যে টকা হ'লে সকলো হয়-আনকি মানুহৰ বিবেকো কিনি ল'ব পাৰি।

তেওঁৰ জীৱনত কিন্তু মাত্ৰ এজনী মানুহে তেওঁৰ টকা-পইচাৰ অকণো মূল্য নিদিলে। এই মানুহজনীয়ে আছিল তেওঁ ডেকা কালত বিয়া কৰোৱা তেওঁৰ পত্নী।

টকা-পইচাৰ প্ৰতি অকণো আসক্তি নাছিল সেই মানুহগৰাকীৰ। ৰিচমণ্ডৰ লগত তেওঁ টকা-পইচাৰ লালসাত বিয়া সোমোৱা নাছিল। ৰিচমণ্ডক সদায় সাধাৰণ মানুহৰ শ্ৰেণীতে তেওঁ ধৰি থৈছিল। লাজুকীয়া স্বভাৱৰ এই মানুহ গৰাকীও অতি ৰুগ্ন আছিল। তথাপি তেওঁ প্ৰাণভৰি ৰিচমণ্ডৰ শুশ্ৰূষা কৰিছিল

আৰু তেওঁক অন্তৰ ভৰি ভাল পাইছিল। তেওঁ নিঃসন্তান আছিল। নিজে সন্তানৰ মৰম উপভোগ কৰিব নোপোৱাত তেওঁৰ অন্তৰত সদায় এটা অভাৱ থাকি গ'ল। তেওঁৰ মনত প্ৰধান দুখ আছিল যে ৰিচমণ্ডক তেওঁলোকৰ ঐশ্বৰ্য সম্পত্তিৰ অধিকাৰী হ'বলৈ সন্তান এটি দি যাব নোৱাৰিলে। সেই দুখ লৈয়েই তেওঁ ইহ সংসাৰৰ পৰা বিদায় ল'লে।

ৰিচমণ্ডে মানুহক ভালৰি বোলাবলৈ দেখুৱাই একো কৰিব নোৱাৰিছিল। পত্নীক যে ভালপাই সেই কথাও ভাষাৰ অভাৱত তেওঁ বুজাব নোৱাৰিছিল। ঘৈণীয়েকৰ মৃত্যুৰ পিচত সুদীৰ্ঘ চল্লিশ বছৰ দ্বিতীয় বিবাহ নকৰোৱাকৈ থকাৰ কথাই প্ৰমাণ কৰে যে পত্নীৰ প্ৰতি তেওঁৰ ভালপোৱা কিমান গভীৰ আছিল।

এতিয়া তেওঁ যথেষ্ট বৃদ্ধ আৰু ৰুগ্ন। জীৱনপথত পালে তেওঁ অজস্ৰ কণ্টক। ঐশ্বৰ্য সম্পদৰ মালিক হৈও তেওঁ তাক উপভোগ কৰিব নোৱাৰিলে চিৰ ৰুগীয়া হোৱাৰ কাৰণে।

এতিয়া সম্প্ৰতি তেওঁ জাহাজেৰে নিউয়ৰ্কৰ পৰা কেন্সচলৈ আহিছে। কেন্সচত তেওঁৰ ইউৰোপস্থ ব্যৱসায় সম্পৰ্কীয় কথাৰ লেঠা মাৰি তাৰ পৰা তেওঁৰ চেক্ৰেটৰী কৰ্ফকো জাহাজত তুলি লৈ যোৱাৰ কথা। তাৰ পিচত প্ৰথমে তেওঁ ইটালিয়ান ৰিভোৰিয়াত জাহাজ ৰখাই তাৰ পৰা গ্ৰীচ আৰু শেষত দালমাচিয়ান উপকূল হৈ ফ্লোৰিডালৈ যোৱাৰ কথা। চকু চিকিৎসকৰ সহায় ল'বৰ কাৰণে তেওঁ উপকূলত উঠিবলৈ বাৰুকৈয়ে খৰখেদা লগাইছিল। তদুপৰি জাহাজত থকা চিগাৰেতো শেষ হৈ আহিছিল আৰু সেই কাৰণেও জাহাজ ৰখোৱাৰ নিতান্ত আৱশ্যক হৈ পৰিছিল।



## (পাঁচ)

কে'নচৰ উপকূলত আহি জাহাজ লগাৰ লগে লগেই এণ্টন কৰ্ফে তেওঁৰ নিষ্ঠুৰ গৰাকীৰ মেজাজ কি অৱস্থাত আছে সেই বিষয়ে পৰীক্ষা কৰি চাবলৈ জাহাজ পালেহি। গৰাকীৰ মনৰ অৱস্থা চাইহে তেওঁ মেইনাৰক লৈ খেলা আৰম্ভ কৰিব পাৰিব।

পাৰৰ পৰা লগাই থোৱা তক্তাকেইখন পাৰ হৈ জাহাজত উঠাৰ লগে লগেই এজন বিষয়াই এণ্টন কৰ্ফক নমস্কাৰ দিলে। এণ্টন কৰ্ফে পোনে পোনেই ৰিচমণ্ডক লগ পাবলৈ বুলি গ'ল আৰু তেওঁ অহা খবৰ গৰাকীক দিলে। ইতিমধ্যে এণ্টন কৰ্ফক বিচাৰি গৰাকীও ব্যগ্ৰ হৈ উঠিছিল। গতিকে লগে লগেই তেওঁৰ আহ্বান আহিল। এণ্টন কৰ্ফ গৈ কোঠালিটো পোৱাৰ লগে লগেই বুঢ়াই পানী ওলাই থকা চকুটো চাবলৈ দি ক'লেঃ-, "তুমি বাৰু এই চকুটোত কি হৈছে বুলি ভাবা? ওচৰ চাপি আহি ভালদৰে চোৱাহিচোন বাৰু!"

অতি যত্নেৰে এণ্টন কৰ্ফে বুঢ়াৰ অসুখীয়া চকুটো চাই মেলি বিনয়ৰ সুৰত ক'লে "মই চকুৰ বিশেষজ্ঞ এজনক এতিয়াই লগ ধৰি সকলো কথা সুধিব লাগিব। লুচিয়ানাত থকা ডাক্তৰ মুৰেলৈ মই এতিয়াই খবৰ পঠিয়াম। বিশেষ উৰাজাহাজ এখন লৈ যদি তেওঁ আজিয়েই যাত্ৰা কৰে তেনেহ'লে কাইলৈৰ পৰা আপোনাৰ চকুৰ চিকিৎসা তেওঁ আৰম্ভ কৰিব পাৰিব।"

বৃদ্ধই স্বস্তিৰ নিশ্বাস পেলাই ক'লে "মোৰ কপাল ভাল যে তুমি কে'নচত আছিলা। এই বলধবোৰে মোক মাৰি পেলালেহেঁতেন। ডাক্তৰজনক অতি -সোনকালেই মাতি আনা। কেনচত সৰহ দিন থাকিবলৈ মোৰ অকণো-মন নাই। তুমি এতিয়াই গৈ ডাক্তৰলৈ খবৰ পঠিওৱা। ঘূৰি আহোঁতে মোৰ কাৰণে কিছু চিগাৰেট লৈ আহিবা।"

গৰাকীৰ আদেশমতেই এণ্টন কৰ্ফে কাম কৰিলে। চহী কৰিবলগীয়া কিছুমান

কাগজপত্ৰ গৰাকীৰ টেবুলত থৈ তেওঁ গাড়ীত উঠিলহি আৰু পোনে পোনেই হোটেল পালেগৈ। এখন্তেকো সময় পলম নকৰি তেওঁ লুচিয়ানালৈ টেলিফোন এটা বুক কৰিলে। ডাক্তৰ মুৰেৰ ক্লিনিকত তেওঁৰ লগত ফোনত কথা ক'বলৈ এণ্টন কৰ্ফে যথেষ্ট কষ্ট কৰিবলগীয়া হৈছিল; কিয়নো ডাক্তৰ ইমান ব্যস্ত আছিল যে আনৰ লগত ফোনত কথা ক'বলৈ তেওঁ অকণো সময়কেই নাপাইছিল। তথাপিও এণ্টন কৰ্ফে যত্নপূৰ্বক এটা সুবিধা কৰি ডাক্তৰৰ লগত কথা হ'ল, আৰু তেখেতে কি কৰিব লাগিব সেই বিষয়ে বুজাই ক'লে। এই ছলতে মেইনাৰৰ পৰিচয়ো তেওঁ ডাক্তৰক দিলে।

ইয়াৰ প্ৰায় এঘণ্টা পিচত মেইনাৰ তেওঁৰ অফিচত উপস্থিত হ'লহি। এণ্টন কৰ্ফে মেইনাৰক ভৱিৰ পৰা মূৰলৈকে খুব ভালদৰে লক্ষ্য কৰিলে। তেওঁ ইতিমধ্যে সাজে সজ্জাই অতি মনোমোহা হৈ পৰিছিল। এণ্টন কৰ্ফৰ সন্মুখত উপস্থিত হোৱা এই ছোৱালীজনী যেন অতি ধুনীয়া আৰু আনক সহজেই আকৰ্ষণ কৰিব পৰা হৈ পৰিছে।

এণ্টন কৰ্ফে অলপ ৰগৰ কৰি সুধিলে "তোমাৰ প্ৰেমাস্পদক লগ ধৰিবলৈ সাজু হৈছানে বাৰু?"

ঈষৎ হাঁহিৰে মেইনাৰে সাজু থকাৰ কথা জ্ঞাত কৰিলে।

"মই পিচে তোমাক আগতে সাৱধান কৰি দিয়া উচিত হ'ব। প্ৰথম দৰ্শনত তুমি বৃদ্ধক বৰ কুৰূপ অৱস্থাতহে পাবা। সেইটো হোৱাই তোমাৰ কামত বহুত সহায়হে কৰিছে। কিয়নো তেওঁৰ নাৰ্ছ হিচাপেহে তুমি বৃদ্ধৰ আগত প্ৰথমে দেখা দিব লাগিব।"

আচৰিত হৈ মেইনাৰে প্ৰশ্ন কৰিলে "তেওঁৰ নাৰ্ছ হিচাপে?...... আপুনি কি কৈছে?"

"এৰা, নাৰ্ছ হিচাপেহে। বুঢ়াৰ চকু এটা বৰ বেয়াকৈ ফুলি গৈছে আৰু সেইটোৱে তেওঁক যথেষ্ট চিন্তিত কৰিছে। তেওঁৰ চিকিৎসাৰ কাৰণে কালি চুইজাৰলেণ্ডৰ পৰা ডাক্তৰ মুৰে আহি পাবহি। তেওঁ বৃদ্ধৰ কাৰণে নাৰ্ছ এগৰাকী লাগে বুলি ক'ব। নাৰ্ছ বিচাৰি আমি গোটেই চহৰ চলাথ কৰিম। বন্ধৰ সময়ত ইয়াত এতিয়া নাৰ্ছ পোৱাৰ প্ৰশ্নই নুঠে; যিহেতুকেই প্ৰত্যেকেই নিজ নিজ কামত ব্যস্ত। ইতিমধ্যে দুই তিনি দিনৰ কাৰণে ৰিচমণ্ডে যাতনাত নিশ্চয় চাতি ফুটি

কৰি থাকিব। তেতিয়া আমি এটা বুদ্ধি উলিয়াম আৰু তাৰ দ্বাৰাই তুমি যাতে নিৰ্ভয়ে তেওঁৰ আগত দেখা দিব পাৰা সেই উপায় উলিয়াম। যাতনাৰ অন্তত তোমাৰ উপস্থিতি তেওঁৰ কাৰণে ৰোগ উপশমৰ কাৰণ হৈ উঠিব।"

"কিন্তু আপুনি পাহৰি গৈছে নেকি যে মই নাৰ্ছ নহয়?"

সেইবাবেই আৰু ভালহে হৈছে। প্ৰকৃততে নাৰ্ছ তেওঁক নেলাগে।

তেওঁক লাগে এতিয়া এষাৰি কোমল মাত দিবলৈ এজনী সুন্দৰী, যাৰ এষাৰি আঁয়ে দেহি মাতে বৃদ্ধৰ মনোভাব কিছু কোমল কৰিব পাৰে।"

"সেইটো হ'ব বাৰু, কিন্তু তেওঁৰ বেমাৰী চকুৰ নো মই কি চিকিৎসা কৰিম?"

"সেই বিষয়ে ডাক্তৰে তোমাক সকলো সুন্দৰভাৱে বুজাই দিব। কুহুমীয়া গৰম পানীত তুলা অলপ দি চকুটো ধুই দিবলৈনো কিবা নাৰ্ছৰ ট্ৰেইনিঙৰ আৱশ্যকতা আছে নেকি? তাৰ বাহিৰে কিবা কৰিবলগীয়া হয় যদিও তুমি সেই বিষয়ে নিশ্চিন্ত হৈ থাকিব পাৰিবা। সকলো কাম কৰিবলৈ বৃদ্ধৰ নিজা চাকৰ নাকৰ আছে। তুমি মাত্ৰ তেওঁৰ কোঠালিৰ সৌন্দৰ্য বৰ্দ্ধনৰ বাবেহে তাত থাকিবা। তোমাৰ মিহি হাতেৰে বেমাৰীৰ চকুত দিয়া কোমল পৰশ আৰু বুঢ়াক খাবলৈ দিয়া দৰবে তেওঁৰ অসুখ ভালেখিনি কমাব পাৰিব। তুমিও বোধহয় এই কথা নুবুজা নহয়।"

"আপোনাৰ কথাৰ অৰ্থ সঁচাকৈয়ে মই ভালদৰে বুজিবই পৰা নাই। তেওঁৰ যদি চাকৰ-নাকৰৰ ভিতৰতেই ময়ো এজনী হ'বলগীয়া হ'ল, তেনেহ'লে তেওঁ বিয়া কৰাবলৈকে ওলাব কেলেই?"

"সেই বিষয়ে মই ভাবিম। বুঢ়াৰ লগত ভালদৰে চলিব পৰা এটা সুন্দৰ উপায় আছে। মই পিচে বহুত পলমকৈহে এই বুদ্ধি ভাবি পালো আৰু সেই কাৰণে সেই বুদ্ধি খটুৱাব নোৱাৰিলোঁ।"

"তেনেহ'লে বাৰু কওকচোন মই কি কৰিব লাগিব?"

"সেইটোৱেইটো হৈছে প্ৰধান কথা। তুমি তেওঁৰ লগত হোৱা প্ৰথম দেখা সাক্ষাততেই তেওঁক আকাৰে-ইঙ্গিতে বুজাই দিব লাগিব যে তুমিহে তেওঁক শাসন কৰিব পাৰিবা। তেওঁ যদি তোমাৰ অলপ মানো দুৰ্বলতা পায়, তেনেহ'লে তুমি আৰু একোকেই কৰিব নোৱাৰিবা।"

"কিন্তু তেওঁৰ তলতীয়া কৰ্মচাৰী হৈ তেওঁক যদি অৱমাননা কৰো বা শাসন কৰিবলৈ চেষ্টা কৰো তেতিয়াহ'লে দেখোন তেওঁ মোক খেদিয়েই দিব।"

'তেনেকুৱা কেতিয়াও নহয়। যোৱা কেইবছৰ মানৰ পৰা তেওঁ তেনেকুৱা পৰিচালিকা এগৰাকীকেই বিচাৰি ফুৰিছিল। মানৱীয় সন্মান দেখুৱাই তেওঁক যদি কোনোবাই সমৰ্থন কৰে তেনেহ'লে সেইজনৰ প্ৰতি বৃদ্ধই সকলো ত্যাগ স্বীকাৰ কৰিব পাৰে। সেইটোৱেই হ'ল তেওঁৰ চৰিত্ৰৰ বিশেষত্ব। তেওঁ অৱশ্যে প্ৰথমে তোমাক অৱহেলা কৰিব আৰু কেতিয়াবা হয়তো আপমানো কৰিব। সেইটো কৰিবলৈ পিচে তুমি সুবিধা নিদিবা। তেতিয়া দেখিবা তোমাৰেই জয়।"

"আপুনি তেনেহ'লে ভাবে নেকি যে মই তেনেকুৱাকৈ চলিলেই বৃদ্ধ মোৰ প্ৰতি আসক্ত হ'ব?"

"প্ৰেম বা আসক্তিৰ প্ৰশ্ন অৱশ্যে ইয়াত নুঠে। তোমাৰ লগতে তেওঁ নাচিব লাগিব আৰু তেনেকৈয়ে শেষত গৈ তেওঁ তোমাক বিয়া কৰাব। প্ৰথমে অৱশ্যে টকা-পইচা আৰু আভিজাত্যৰ প্ৰদৰ্শনী দেখুৱাই তেওঁ তোমাক কিনি পেলাবলৈ চেষ্টা কৰিব। সেই চেষ্ট যদি তুমি ব্যৰ্থ কৰি দিব পাৰা তেনেহ'লে তেওঁ তোমাক যথেষ্ট শ্ৰদ্ধাৰে চাব। কিন্তু তুমি এটা অতি দৰকাৰী কথা মনত ৰাখিব লাগিব। সেইটো হৈছে এয়েই যে তেওঁ যদি তোমাক বিয়া কৰাবলৈ নিজই আগবাঢ়িও আহে, দূৰৰ সৰগ ঢুকি পোৱা বুলি যেন তুমি কেতিয়াও প্ৰকাশ নকৰা।

"তেনেহ'লে মই নাৰ্ছৰ পোছাক এজোৰ কিনি লওঁ নেকি?"

"এৰা, সেইটো উত্তম হ'ব। নাৰ্ছৰ পোছাকটোৱে তোমাৰ গাম্ভীৰ্য আৰু বঢ়াব। লগতে বুঢ়াই তোমাৰ প্ৰতি গুৰুত্বও দিব বেছি। পিচে তাৰ লগতে সাধাৰণ ধৰণৰ পোছাক কেইজোৰমানো কিনিবা। ৰংচঙীয়া পোছাকৰ নাৰ্ছ দেখিলে বুঢ়াই হয়তো সন্দেহ কৰিব।"

"সেইটো অৱশ্যে হয়" — মেইনাৰে শলাগিলে। "আমি দৰ্কাৰী কথা গোটেই-খিনি আলোচনা কৰিলোৱেই" এণ্টন কৰ্ফে কৈ গ'ল-" তোমাৰ এই অভিনয় আৰু যাত্ৰাৰ উত্থান-পতনৰ সকলো খবৰ মই কৰি থাকিম। লগতে দৰ্কাৰী সকলো সম্বল যোগাই থাকিম। তোমাৰ এই যাত্ৰা শুভ হওক— মই শুভেচ্ছা

জনাইছো।"

মেইনাৰ বহাৰ পৰা উঠিল। দুয়ো কৰমৰ্দন কৰি সেইদিনাৰ কাৰণে এৰা এৰি হ'ল। তেওঁবিলাকৰ এই যুটীয়া ব্যৱসায় এতিয়া যেন আৰু কৰ্মক্ষম হৈ উঠিব লাগিব!

.....................................

ডাক্তৰ মুৰে অভিজ্ঞ আৰু সুনিপুণ চকু চিকিৎসকৰ উপৰিও এজন নামজ্বলা ব্যৱসায়ী আছিল। তেখেতৰ ক্লিনিকটো আছিল অতি লাহ-বিলাসপূৰ্ণ। চিৰৰুগীয়া কোটিপতি এজনৰ চিকিৎসক হ'বলৈ পোৱাত তেখেতে যেন কুবেৰৰ ধনত হাত দিয়া যেনহে পালে আৰু সেইবাবে অকণো সময় নষ্ট নকৰিলে। এণ্টন কৰ্ফৰ লগত তেওঁৰ অন্তৰৰ যেন সকলো ফালৰ পৰাই মিল আছিল। দুয়ো দুয়োকে ভালদৰে বুজিছিলো।

ডাক্তৰক আনিবলৈ কৰ্ফ বিমান বন্দৰ পাইছিল গৈ। বিমানৰ পৰা অৱতৰণ কৰি গাড়ীৰে আহি থাকোঁতে বাটতে ডাক্তৰে এণ্টন কৰ্ফক সুধিলে "কওকচোন বাৰু বুঢ়াৰ প্ৰকৃততে কি হৈছে?" এণ্টন কৰ্ফে উত্তৰ দিলে-"বিশেষ একো নহয়। চকু এটাত কিবা অলপ হৈছে। হয়তো চকু নামিছে। ৰিচমণ্ডে লগে লগে চিকিৎসা কৰাই চকুটো ভাল হোৱাতো বাঞ্ছা কৰিছে; কিয়নো চকুৰ ৰোগৰ উপশম হ'লেই তেওঁ পুনৰ সাগৰত জাহাজ মেলিব খোজে। মই পিছে এইটোহে বৰ পছন্দ কৰা নাই।"

"তেখেতক ইয়াত মোৰ তত্ত্বাৱধানত ৰাখিবলগীয়া হ'ব পাৰে বুলি আপুনি ভাবে নেকি বাৰু?" ডাক্তৰে প্ৰশ্ন কৰিলে।

"সেইটো আৱশ্যক নহ'ব যেন পাওঁ। বুঢ়াৰ মন আন পিনে ঘূৰাবলৈ লগতে মই নাৰ্ছ এজনীও লৈ আহিছো।"

ডাক্তৰৰ মুখত এটা হাঁহি বিৰিঙি উঠিল। তেওঁ যেন সকলো কথা ইতিমধ্যে বুজি পেলাইছে।

এণ্টন কৰ্ফে আকৌ ক'লে "মই অৱশ্যে নাৰ্ছজনীক এতিয়ালৈকে দেখাই নাই। তথাপি তেওঁ বেছ শুৱনী হ'ব বুলিয়েই মই ভাবিছো। সি যিকি নহওক, অন্ততঃ আমাৰ জাহাজত এগৰাকী মহিলা থাকিব-।"

দুয়ো আহি জাহাজ পালেহি। যথেষ্ট গাম্ভীৰ্যতাৰে ডাক্তৰে ৰিচমণ্ডৰ ওচৰ

পালেগৈ আৰু চকুৰ পৰীক্ষা আৰম্ভ কৰিলে। ডাক্তৰে কেবাঘণ্টাজুৰি ৰিচমণ্ডৰ চকু পৰীক্ষা কৰিলে। ৰোগীৰ আলপৈচান ধৰিবলৈ ততালিকে এজনী নাৰ্ছৰ বন্দৱস্ত কৰিব লাগে বুলি ডাক্তৰে এণ্টন কৰ্ফক ক'লে। ডাক্তৰে উপদেশ দিলে যে সুযোগ্য নাৰ্ছ এগৰাকী নোপোৱালৈকে ৰোগীক চাকৰ-নাকৰ-সকলেই চোৱা মেলা কৰিব আৰু কেবিনৰ পৰা তেওঁ ওলাই অহাতো উচিত নহ'ব।

ডাক্তৰৰ উপদেশমতে সকলো কাম হ'ল। দুদিন বিচাৰিও নাৰ্ছ এজনী পোৱা নহ'ল। নাৰ্ছ এজনী বন্দৱস্ত কৰিব নোৱাৰা দেখি বৃদ্ধ খঙত অগ্নিশৰ্মা হ'ল। বৃদ্ধই থিৰাং কৰিলে নাৰ্ছ এজনীৰ সন্ধানত তেওঁলোকে নাইচ্ চহৰলৈকে হ'লেও যাব লাগিব।

তাৰ পিচত যেন সেই সুযোগ্য নাৰ্ছজনীৰ আৱিৰ্ভাৱ হ'ল। সুনিপুন নাৰ্ছ বুলি খ্যাতি থকা মেইনাৰক বুঢ়াৰ চিকিৎসাৰ কাৰণে মকৰল কৰা হ'ল। ধুনীয়া অথচ গম্ভীৰ সাজপাৰ পিন্ধি লৱনী শৰীৰেৰে লাহে লাহে মেইনাৰ যেতিয়া জাহাঁজ পালেহি সকলোৱেই শ্ৰদ্ধা আৰু বিস্ময়েৰে তেওঁলৈ চালে।

পোনে পোনেই তেওঁ জাহাজৰ সহকাৰী বিষয়াজনৰ ওচৰলৈ টুৰিষ্ট ইনফৰমেচন বুৰোৰ পৰা তেওঁক খবৰ দি ইয়ালৈ আহিবলৈ কোৱামতে আহিছে বুলি ক'লে। ততালিকে তেওঁক বৃদ্ধৰ ওচৰলৈ লৈ যোৱা হ'ল।

ৰি[illegible]ণ্ড ইতিমধ্যে বেছ অধৈৰ্য হৈয়েই উঠিছিল। মেইনাৰ আহি পোৱাৰ লগে লগেই তেওঁ চাকৰ-নাকৰবোৰক বিদায় দিলে আৰু চকা দুটা জোৰেৰে ঘূৰাই চকীখন কোবেৰে মেইনাৰৰ নিচেই ওচৰলৈ লৈ আহিল। তেওঁৰ থিক সন্মুখতে চকীখন ৰখাই বুঢ়াই প্ৰায় কৰ্কশ সুৰেৰে নৱাগতাক সুধিলে যে যোৱা দুদিন ধৰি এই বেমাৰীটিক কষ্ট ভোগাবৰ উদ্দেশ্যে তেওঁ কেলেই সময়মতে অহা নাছিল।

কথা-বতৰাত যথেষ্ট গাম্ভীৰ্য ৰাখি মেইনাৰে উত্তৰ দিলে "গ্ৰীষ্মৰ লগে লগেই আমাৰ কাম যথেষ্ট বাঢ়ি যায়। অনেক বেমাৰী আমাৰ পৰিচৰ্যাৰ কাৰণে অপেক্ষা কৰে আৰু সেইবাবে বাহিৰলৈ আহিবলৈ আমাৰ সময় প্ৰায় নেথাকেই। পিচে আপুনি অসুখত বৰ কষ্ট পাইছে নেকি বাৰু? সেয়ে যদি হয়, তেনেহ'লে খোলাখুলিভাৱে কৈ দিলে আন ব্যৱস্থা কৰিব পাৰিম।"

কাৰ্ল ৰিচমণ্ডে হাতত থকা সৰু গামোচাখন ঘূৰণীয়াকৈ বল এটাৰ আকৃতি

কৰি চকুটো এখন হাতেৰে ঢাকি থৈছিল। মেইনাৰ গম্ভীৰ কথা-বতৰাত তেওঁ এনেকুৱা আচৰিত হ'ল যে চকুৰ পৰা গামোচাখনো এৰি দিলে। তাৰ পিচত তেওঁ মেইনাৰক আকৌ সুধিলে "মই খবৰ দিয়াৰ লগে লগে তুমি কেলেই অহা নাছিলা?"

মেইনাৰে উত্তৰ দিলে "প্রসৱ বেদনা ভুগি থকা এগৰাকী তিৰোতাৰ লগত মই লাগি আছিলো। তাৰ পৰা আহি আজি ৰাতিপুৱাই টুৰিষ্ট ইনফৰমেচন বুৰোলৈ গৈ খবৰ কৰিলো যে কোনোবাই মোক বিচাৰি তাত খবৰ দিছে নেকি। তাতেই মোক বিচৰা মানুহবোৰৰ লিষ্টি এখন মোক দিলে। আপোনাৰ নাম লিষ্টিখনৰ প্ৰথমেই আছিল আৰু সেই কাৰণে আপোনাৰ তালৈকে মই প্ৰথমে আহিছো। গতিকে পলমকৈ অহাৰ প্ৰশ্ন উঠা নাই।"

"কিন্তু তুমি জানানে মই কোন?"

"লিষ্টিত লিখি থোৱা নামটোৰ পৰা জানিলো যে আপুনি কাৰ্ল ৰিচমণ্ড।"

"কিন্তু মই যে কোটিপতি সেই কথা তুমি নেজানা নেকি?" উদাসীন ভাব এটা দেখুৱাই মেইনাৰে উত্তৰ দিলে "তাতে কি হ'ল।"

"কি হ'ল তুমি বুজা নাই? প্ৰসৱ বেদনাত ভুগি থকা মধ্যবিত্ত শ্ৰেণীৰ তিৰোতাগৰাকীৰ পিচত দৌৰাতকৈ মোৰ ওচৰলৈ আহিলে যে তোমাৰ বহুত লাভ হ'ব সেই কথা তুমি এতিয়াও বুজা নাই নেকি?"

"মই চৰকাৰে বান্ধি দিয়া বানচতকৈ অধিক কেতিয়াও কাৰো পৰা নিবিচাৰো।" "কিন্তু হেৰা আকৰী ছোৱালী, তুমি বুজি পোৱা উচিত যে আনতকৈ দহগুণ বেছি টকা তোমাক মই দিম।"

"ৰিচমণ্ড ডাঙৰীয়া! সেই কথা মোক নকব'ব। মই বেচি পইচা কেতিয়াও নলওঁ।"

" তুমি বৰ সাধু প্ৰকৃতিৰ নাৰ্ছ যেন পাওঁ!"

"সাধু প্ৰকৃতিৰেই বোলক বা আন কিবাই বোলক মই সেই বিষয়ে একো ভাব পোষণ নকৰো। কিন্তু মই এইটোৱেই আপোনাক ক'ব খোজো যে মই দূৰদৰ্শী। বেছি পইচা দি মোক আপোনাৰ তলতীয়া কৰিবলৈ আপুনি যি ইচ্ছা কৰিছে সেই সুবিধা আপোনাক কেতিয়াও নিদিওঁ। আনে মোক যি দিয়ে তাকেই আপুনিও দিব আৰু আনৰ পৰা পোৱা ব্যৱহাৰহে মই আপোনাৰ পৰা

বিচাৰো। সেইমতে যদি হয় তেতিয়াহ'লে সোনকালে আপোনাৰ কাম কৰি দি লিষ্টিত থকা দ্বিতীয়জন ৰোগী চাবলৈ মই যাব পাৰো। আশাকৰো আমাৰ পৰস্পৰৰ বুজা পৰাৰ অভাৱ নিশ্চয় হোৱা নাই।"

অলপ চিন্তান্বিত হৈ বৃদ্ধই মেইনাৰলৈ চালে আৰু কিছু নম্ৰ সুৰত ক'লে- "অবুজ ছোৱালী!" তাৰ পিচত চকীখন লাহে লাহে অলপ আঁতৰলৈ লৈ গৈ ক'লে "তুমি যেতিয়া আহিছায়েই, তেনেহ'লে মোৰ পৰিচৰ্যাৰ কামত লাগাহি।"

"ময়ো তাকেই কৰিব বিচাৰিছো। ডাক্তৰে দি থৈ যোৱা নিৰ্দেশসমূহ কত বাৰু?"

মোৰ চেক্ৰেটৰীয়ে সেইবোৰ তোমাক দিব। পিচে ৰ'বা, তোমাৰ কিবা নামধাম আছে নে নাই? নে মই তোমাক সুহুৰি বজাইহে মাতিব লাগিব?"

"মোৰ নাম মেইনাৰ।"

"এইটো দেখোন জাৰ্মান দেশীয় নাম!"

"এৰা, মই জাৰ্মানৰ হামবাৰ্গ চহৰৰ ছোৱালী।"

বৃদ্ধই আগ্ৰহেৰে কলে "মই জাৰ্মান ভাষা ভাল পাওঁ। আমি তেনেহ'লে সেই ভাষাৰেই কথা পাতিম।"

হামবাৰ্গ, জাৰ্মানী, এইবোৰ নাম ওলোৱাত বৃদ্ধ যেন অলপ চিন্তান্বিত হ'ল। সন্মুখৰ আয়নাত প্ৰতিবিম্বিত হোৱা মেইনাৰৰ ছবিটোলৈ একাগ্ৰচিত্তে চাই চাই বৃদ্ধই সুধিলেঃ- "হামবাৰ্গ চহৰৰ বৰ্তমান অৱস্থা কেনেকুৱা মোক কোৱাচোন বাৰু। ১৯৩৪ চনৰ পৰা মই তালৈ যাবই পৰা নাই।"

বৃদ্ধৰ মনত এই উত্তেজিত অৱস্থা দেখি চতুৰা মেইনাৰে সহজেই বুজি পালে যে বুঢ়া ভাৱপ্ৰৱণ আৰু সেইবাবেই তেওঁৰ লগত চলা ফুৰা কৰা বেছি কঠিন নহ'ব।



## (ছয়)

ইয়াৰে কেইঘণ্টামান পিচতেই ইটালিয়ান ৰিভেৰিয়াৰ পৰ্টফিনলৈ বুলি জাহাজ এৰি দিয়া হ'ল। কেনচৰ উপকূল লাহে লাহে অন্ধকাৰৰ মাজত বিলীন হৈ গ'ল। এণ্টন কৰ্ফৰ ওচৰতে ৰেলিঙত হেলান দি মেইনাৰে উপকূলৰ ফালে চাই আছিল। এণ্টন কৰ্ফেই প্ৰথমে কথা আৰম্ভ কৰিলে।

"তুমি দেখিছো প্ৰথম দৰ্শনতেই বৃদ্ধৰ লগত বেছ কৃতকাৰ্যতাৰে সকলো কথা চম্ভালি পেলালা। বৃদ্ধই তোমাৰ কথা মোৰ আগত উল্লেখ কৰিছিল।"

"তেওঁ কি কৈছিল বাৰু?"

"তেনেকুৱা বিশেষ একো কোৱা নাছিল। অৱশ্যে তুমি এতিয়াও বুঢ়াৰ নিৰীক্ষণতেই আছা। তথাপি প্ৰথম দৰ্শনতেই তুমি বৃদ্ধৰ মনত ভাল ছাপ বহুৱাইছা। পিচে এটা কথা দেই, মনত থাকোঁতেই কৈ থৈছো। বুঢ়াৰ চিগাৰেট খোৱাটো বন্ধ কৰিবলৈ চেষ্টা কৰিবা। ডাক্তৰে দঢ়াই দঢ়াই কৈছে যে তেওঁ চিগাৰেট খোৱা উচিত নহয়। আৰু এটা কথা। তেওঁৰ লগত দবা খেলোঁতে বুঢ়াক জিকিবলৈ সুবিধা দিবা। পিচে বাৰে বাৰে তুমি হাৰি নেদেখুৱাবা। বুঢ়াই সেই কথা বুজি পাব। মাজে-সময়ে চেগ বুজিহে তেনেকুৱা কৰিবা।"

"মোৰ বোধেৰে বৃদ্ধ অতি ভাবপ্ৰৱণ আৰু তাৰ প্ৰচুৰ্য্যই তেওঁক নষ্ট কৰিছে। আপুনি জানেনে যে বুঢ়াৰ আগত হামবাৰ্গৰ কথা মই প্ৰায় এঘণ্টা সময়ৰ কাৰণে কৈ থাকিবলগীয়া হৈছিল?"

"তুমি পিচে নেভাবিবা যে ভাবপ্ৰৱণতাৰ বশৱৰ্তী হৈ বুঢ়াই তোমাৰ কথা মনোযোগেৰে শুনিছিল। তোমাৰ কথা শুনাৰ ছলেৰে তেওঁ তোমাৰ আতিগুৰি বুজিবলৈহে চেষ্টা কৰিছিল।"

মেইনাৰে এবাৰ সাগৰৰ ফালে এনেয়ে চালে, আৰু তাৰ পিচত ক'লে "সেইটো হ'ব নোৱাৰে বুলি মই নকওঁ। যিয়েই নহওঁক মই তেওঁৰ বিষয়ে সেই

ধৰণেহে ভাবিছো।”

লাকিৰ যাত্ৰীসকলৰ জীৱন লাহে লাহে সাধাৰণ অৱস্থালৈ ঘূৰি আহিল। জীৱনত কোনোদিনেই জাহাজত ভৰি দি নোপোৱা মেইনাৰে এই ভ্ৰাম্যমাণ প্ৰাসাদত এক বিৰাট মাদকতা উপভোগ কৰিলে। তেওঁক যিটো কেবিনত থাকিবলৈ দিয়া হৈছিল সেইটো আছিল বিলাস আৰু সুখৰ আকৰ। নিচেই ৰাতিপুৱাতেই উঠি অলপ সময়ৰ কাৰণে জাহাজৰ মজিয়াত ইফালে সিফালে কৰি বিষয়াসকলৰ লগত চাহ তাহ খাই জাহাজৰ এমূৰে বহি ৰ'দ লোৱা তেওঁৰ দৈনন্দিন কামত পৰিণত হ'ল। তাৰ পিচত দুপৰীয়াৰ অলপ আগতে তেওঁ কাৰ্ল ৰিচমণ্ডৰ কোঠালিলৈ যায়। ৰিচমণ্ড সেই সময়ত শোৱাৰ পৰা উঠেহে। তেওঁ শুই উঠাৰ পিচতেই মেইনাৰে বৃদ্ধৰ চকু ধুৱাই দিয়ে আৰু দৰব জাতি দি আৱশ্যকীয় আলপৈচান ধৰে।

এই কাৰ্যত মেইনাৰ সুনিপুণ নাছিল যদিও বুঢ়াই তেওঁক ইটো কৰা সিটো কৰা কৰি আটাইবোৰ কামকেই কৰিবলৈ দিছিল। এইদৰেই অদৰ্কাৰী কাম কিছুমান কৰিবলৈ দি বৃদ্ধই মেইনাৰক যথেষ্ট সময় তেওঁৰ ওচৰত থাকিবলৈ বাধ্য কৰাইছিল। মেইনাৰ ওচৰত থাকিলে যে তেওঁ অতি আনন্দ পাইছিল সেই কথা ৰিচমণ্ডে অৱশ্যে কেতিয়াও খোলাখুলিভাৱে জানিবলৈ নিদিছিল; আৰু কামে কাজে স্বীকাৰো যেন কৰা নাই থিক তেনেকুৱা দেখুৱাবলৈহে চেষ্টা কৰিছিল।

এদিন ৰাতিপুৱাই বুঢ়াই চাবোনেৰে হাত ধুই আছিল। মেইনাৰ ওচৰতে থিয় হৈ আছে। চাবোন লগা হাতখন পানীকলৰ তলত দি বুঢ়াই ক'লে-“হেৰা যুৱতী, তুমি এতিয়া কি কৰিব লাগিব জানিছানে নাই? তোমাৰ জেপত থকা ছাবিটো এতিয়া কেইমিনিটমানৰ কাৰণে তুমি মোক দিব লাগিব?”

“ছাবিটোৰে আপুনি কি কৰিব?”

উত্তৰত বুঢ়াই হাঁহি মুখেৰে অস্পষ্ট শব্দ কেইটামানহে কৰিলে। তাৰ পিচত ক'লে— “আলমাৰীৰ পৰা কিবা এটা বস্তু উলিয়াই আনিবলৈ মোক ছাবিটো লাগে।”

“আপুনি চিগাৰেট খাবলৈ বিচাৰিছে যেন পাওঁ।”

“তুমি দেখিছো বৰ চতুৰ ছোৱালী। শুনা, তোমাৰ লগত মই বন্দবস্ত এটা

কৰিব খুজিছো। তুমি মোক ছাবিটো দিয়া আৰু তাৰ পৰিৱৰ্তে তোমাক মই এশ ডলাৰৰ নতুন নোট এখন দিম।"

মেইনাৰে উত্তৰ দিলে— "আপোনাক যে ডাক্তৰে চিগাৰেট খাবলৈ একেবাৰেই বন্ধ কৰি দিছে!"

"মইনো চিগাৰেট খাম বুলি তোমাক কোনে ক'লে?" "আপুনি অৱশ্যে সেই কথা কোৱা নাই। পিচে ছাবি খোজাৰ উদ্দেশ্য তাৰ বাহিৰে আন একো নহয় বুলিয়েই মই ভাবো।"

হেৰা ধুনীয়া ছোৱালীজনী! কথাষাৰ তুমি এবাৰ ভাবি চোৱাচোন বাৰু! মই চিগাৰেট খোৱা কথাটো অতি গোপনে কৰিম। তোমাৰ বাহিৰে ডাক্তৰ কিয় আন কোনেও সেই কথা নেজানিব। লগতে তোমাৰ এশ ডলাৰ উপাৰ্জনো হ'ব।

"ৰিচমণ্ড চাহাব! সেই প্ৰলোভন মোক দেখুৱালেও তাৰ কোনো ফল নধৰিব। আপুনি মিছাকৈয়ে সময় খৰচ কৰিছে।"

বুঢ়া এইবাৰ খঙত জ্বলি পকি উঠিল আৰু প্ৰায় চিঞৰি চিঞৰিয়েই ক'লে— "মূৰ্খ ছোৱালী। তুমি যদি মোক ছাবিটো নিদিয়া তেনেহ'লে চাকৰ এটা মাতি আনি মই আলমাৰীৰ তলা ভাঙিবলৈ দিম। তেতিয়াহ'লে এক পইচাও তুমি নোপোৱা।"

"আপুনি যি ভাল দেখে তাকেই কৰক" উদাসীন ভাব এটা দেখুৱাই মেইনাৰে উত্তৰ দিলে।

তেওঁ মেইনাৰলৈ এবাৰ চালে আৰু তাৰ পাছত অদ্ভুত ধৰণৰ ভঙ্গী এটা কৰি চকীখন কিছুদূৰলৈ ঘূৰাই লৈ গ'ল। এটা আলমাৰীৰ সন্মুখলৈ আহি তেওঁ দুৱাৰখন খুলিলে আৰু তাৰ পৰা অলপ ডাঙৰ বাকচ এটা উলিয়াই আনি সেইটো প্ৰথমে তেওঁৰ দুটা আঁঠুৰ ওপৰত লৈ তাৰ পাছত মেইনাৰৰ হাতত দিলে। অনিমেষ নেত্ৰে মেইনাৰে তেওঁলৈ চাই থাকিল মাত্ৰ।

তেওঁৰ ৱেইষ্ট কোটৰ জেপৰ পৰা এজোটা ছাবি উলিয়াই লৈ কাৰ্ল ৰিচমণ্ডে বাকচটো খুলিলে। বাকচটোৰ ভিতৰত অজস্ৰ মণি-মুকুটাই চিক্‌মিকাই আছিল। ব্ৰেচিলেট, সোণৰ আঙঠি, নেক্‌লেছ, হীৰা লগোৱা আঙঠি আদি অলঙ্কাৰেৰে পূৰ্ণ এই বাকচটো মেইনাৰৰ আগত খুলি ধৰি বৃদ্ধই ক'লে, "তোমাক কি

লাগে ইয়াৰ পৰা বাছি লোৱা।”

বিস্ময়াভিভূতা হৈ মেইনাৰে সেইবোৰলৈ চাইয়েই আছিল। ৰিচমণ্ডে তেওঁক সুধিলে— “তোমাক কি লাগিব? আঙঠি, ব্ৰেচিলেট নে ক্লিপ”

মেইনাৰে উত্তৰ দিয়াৰ আগতেই বুঢ়াই মুকুতাখচিত আঙঠি এটা হাতত লৈ সেইটো তেওঁৰ হাতত দি ক'লে “এইটোকেই লোৱা। এই আঙঠিটো তোমাক মই দিছো।”

আঙঠিটো হাতত লৈ মোহাৰি মোহাৰি মেইনাৰে মনতে ভাবিলে “কি যে বিতোপন বস্তু!”

কার্ল ৰিচমণ্ডে মেইনাৰৰ মনৰ ভাব বুজি ক'লে— “সেইটো মই বৰ্মালৈ যাওঁতে তাৰ পৰা কিনিছিলো।”

মেইনাৰে বুঢ়ালৈ চালে। দুয়োৰো চকুৰে চকুৰে পৰাত তেওঁ আকৌ তললৈ মুৰ কৰিলে। তাৰ পিচত নিঃশব্দে আঙঠিটো বাকচটোৰ ভিতৰত থ'লে। এইবাৰ অলপ বৈ হাঁহি এটা মাৰি চাই ক'লে “আপুনি চিগাৰেট খাবলৈ ইমান আগ্ৰহান্বিত বুলি মই সঁচাকৈয়ে ভবাই নাছিলো। এই কাৰণে মই বৰ দুঃখিত।” বুঢ়াই ঈষৎ ভঙ্গী কৰি সযোৰে বাকচটো বন্ধ কৰি তাত ছাবি লগাই ছাবিটো নিজৰ জেপত ভৰাই থ'লে। তাৰ পাছত অলপ ঠাট্টাৰ সুৰত মেইনাৰক ক'লে “তোমাৰ নিশ্চয় মনত আছে যে তুমি মোৰ অধীনত চাকৰিহে কৰিছা।”

“সেই বিষয়ে পাহৰিবলৈ আপুনি মোক অতি কম সুবিধাহে দিছে।” অলপ ব্যঙ্গ সুৰেৰে মেইনাৰে উত্তৰ দিলে।

বুঢ়াৰ খং এইবাৰ আৰু দুগুণহে চৰিল। খঙেৰে তেওঁক ক'লে “মই তোমাক হুকুম দিছো, তুমি গৈ এতিয়াই মোৰ কাৰণে চিগাৰেট লৈ আহা।” মেইনাৰে উত্তৰ দিলে “ৰিচমণ্ড ডাঙৰীয়া, আপোনাৰ এই খঙৰ কোনো যুক্তি নাই। আপুনি মোক দৰমহা দি ৰাখিছে সঁচা কিন্তু আপুনি জানিব লাগিছিল যে ডাক্তৰৰ উপদেশ মতে আপোনাৰ ভালৰ কাৰণেহে আপোনাৰ আদেশ লঙ্ঘন কৰিবলৈ মই বাধ্য হৈছো।”

“তেনেহ'লে তুমি মোক অমান্য কৰিবা নেকি?”

“হয়, মই আপোনাক অমান্য কৰিছো?”

“ইয়াৰ পৰা এতিয়াই বাহিৰ হৈ যোৱা, তোমাৰ মুখ মই এখন্তেকো চাবলৈ

ইচ্ছা নকৰোঁ। তোমাৰ নামো আৰু শুনিবলৈ ইচ্ছা নকৰো তুমি জহন্নামে যোৱা। বুঢ়াই গৰ্জন কৰি উঠিল।

কিংকৰ্তব্যবিমূঢ় হৈ মেইনাৰ তাতেই থিয় হৈ থাকিল।

"মই আকৌ কৈছো তুমি এতিয়াই ওলাই যোৱা।"

যাবলৈ উঠি মেইনাৰে নম্ৰভাৱে ক'লে, "ৰিচমণ্ড ডাঙৰীয়া, আপুনি তেনেকৈ খং কৰা ভাল নহয়। আপোনাৰ এই বয়সত তেনেকৈ খং কৰিলে স্বাস্থ্যৰ বৰ অন্যায় হ'ব।"

দুখ মনেৰে মেইনাৰ কোঠালিৰ পৰা ওলাই আহি নিজৰ কেবিনত সোমালগৈ। পিচদিনালৈকে তেওঁৰ মনটো বৰ গধুৰ হৈ থাকিল। কাৰ্ল ৰিচমণ্ডেও নিজৰ কেবিনতে গোটেই দিনটো কটালে। মেইনাৰক তেওঁ আৰু মাতি নপঠালে। নিগ্ৰো চাকৰকেইটাই সেইদিনা তেওঁৰ আলপৈচান ধৰিলে। সেইদিনা ৰাতিহে ভাতখোৱা টেবুলত ৰিচমণ্ড আৰু মেইনাৰৰ দেখাদেখি হ'ল। সেই নিশা কাৰ্ল ৰিচমণ্ডে এণ্টন কৰ্ফ, জাহাজৰ কেপ্টেইন, সহকাৰী বিষয়া আৰু মেইনাৰক একেলগে ভাত খাবলৈ নিমন্ত্ৰণ কৰিছিল আৰু তাতেই তেওঁলোকৰ দেখাদেখি। বৃদ্ধৰ মুখত অৱশ্যে সেইদিনা হাঁহি বিৰিঙি আছিল আৰু প্ৰত্যেকজনকে তেওঁ অতি সূক্ষ্মভাৱে লক্ষ্য কৰিছিল। খাবলৈ যথেষ্ট উপাদেয় আহাৰ আৰু দামী সুৰাৰ যোগাৰ কৰা হৈছিল যদিও আলহী কেইজনৰ মন যেন অলপ সচকিত। অভাৱনীয় কিবা এটা ঘটি যায় বুলি প্ৰত্যেকেই নিজকে চম্ভালি আছিল। খোৱালোৱা শেষ হোৱাৰ পাছতহে মেইনাৰে বুজি পালে বৃদ্ধই সেই নিশা তেওঁলোকক নিমন্ত্ৰণ কৰাৰ উদ্দেশ্য কি আছিল।

খোৱালোৱা শেষ হোৱাৰ পাচত বুঢ়াই লাহেকৈ জেপৰ পৰা চিগাৰেটৰ কেচ্ এটা উলিয়াই আগত ডাঙি ধৰিলে। তাৰ পৰা লাহেকৈ হাভানা চিগাৰেট এটা উলিয়াই লাইটাৰটো লৈ চিগাৰেটটো জ্বলালে। চিগাৰেটৰ ধোঁৱাখিনি নাকেৰে উলিয়াই দি বৃদ্ধই মেইনাৰক সুধিলে ঃ— "তুমি বাৰু কালিৰ কাৰ্যৰ কাৰণে দুখিত নহয়নে?"

ৰিচ্‌মণ্ডলৈ চাই হাঁহি মেইনাৰে ক'লে, "ৰিচ্‌মণ্ড ডাঙৰীয়া, কিহৰ কাৰণে ডাক্তৰ মুৰেই আপোনাক চিগাৰেট খাবলৈ নিদিবলৈ দঢ়াই কৈ গৈছিল জানেনে?" বৃদ্ধৰ পৰা কিবা উত্তৰ পাম বুলি মেইনাৰ অলপ ৰ'ল, তেওঁ কিন্তু একো

উত্তৰকে নিদিলে। মেইনাৰে কৈ গ'ল ঃ— "ডাক্তৰে লিখিতভাৱে উপদেশ দি গৈছে যে আপোনাৰ বয়সৰ মানুহে এটা চিগাৰেট খোৱা মানে এমাহৰ আয়ুস কমোৱা। ময়ো প্ৰকৃততে ভাবো যে চিগাৰেটৰ নিচিনা এটা সামান্য বস্তুৰ লগত দুষ্প্ৰাপ্য আয়ুস কমোৱাৰ কোনো যুক্তিযুক্ততা নাই।"

ভাত খোৱা কোঠালিটোত এক গভীৰ নীৰৱতাই বিৰাজ কৰিলে। মেইনাৰে ইমান স্পষ্ট কথা ৰিচমণ্ডক শুনাব যে পাৰিছে এই কথাত এণ্টন কৰ্ফ অতিশয় আনন্দিত হ'ল। তেওঁৰ আনন্দৰ ভাব যাতে প্ৰকাশ নহয় সেই কাৰণে তেওঁ ভাত খোৱা থালখনলৈকে চাই থাকিল। আন দুজন বিষয়ায়ো বৰ অস্বস্তি বোধ কৰি আছিল, আৰু নিজৰ মনৰ ভাব ঢাকি ৰাখিবলৈ তেওঁলোকৰ আগত থকা কাপকেইটাকে লিৰিকি বিদাৰি আছিল। মেইনাৰে কিন্তু বৃদ্ধৰ চকুলৈ একেথৰে চাই আছিল। কাৰ্ল ৰিচমণ্ডে এইবাৰ সেই নীৰৱতা ভঙ্গ কৰিলে। অতি জোৰেৰে টেবুলখনত তেওঁ কেইটামান ভুকু মাৰিলে। টেবুলত থকা থাল-পিয়লা আদি জনজনাই উঠিল। এটা গিলাচত থকা মদ পানীখিনি পৰি টেবুলৰ কাপোৰখন নষ্ট হৈ গ'ল।

খঙতে চিঞৰি বুঢ়াই মেইনাৰক ক'লে "তুমি জধা মুৰ্খ।" মেইনাৰেও লগে লগে উত্তৰ দিলে, "মই মুৰ্খ হ'ব পাৰো, কিন্তু মই এজনী যুৱতী।" তাকে কৈ মুখত এটা হাঁহি লৈ তেওঁ বহা ঠাইৰ পৰা উঠিল আৰু লাহে লাহে ভাত খোৱা কোঠালিটোৰ পৰা ওলাই গ'ল। আনকেইজন আলহী বিস্ময়বিমূঢ় হৈ তেওঁ যোৱাৰ পিনে একেথৰে চাই থাকিল।

নিজৰ কেবিনত সোমাই তেওঁ দুৱাৰখন বন্ধ কৰি দিলে। লগে লগেই মেইনাৰে অনুভৱ কৰিলে যে তেওঁৰ শৰীৰত কঁপনি ফঠিছে। অলপ আগতে হৈ যোৱা কথাবাৰ্তাবোৰৰ বিষয়ে তেওঁ ভাবি গ'ল: তেওঁ ৰিচমণ্ডক বৰ টান কথা ক'লে নেকি বাৰু? মেইনাৰে মনতে ভাবিলে। বেৰৰ ৰেলিঙত আঁউজি মেইনাৰে মনৰ উত্তেজিত অৱস্থাটোক অলপ শাম কাটিবলৈ দিলে। ইতিমধ্যে জাহাজৰ কেপ্টেইন আহি যে তেওঁৰ ওচৰ পাইছিলহি সেই কথা তেওঁ গমকেই পোৱা নাছিল। কেপ্টেইনৰ মাতত তেওঁ উচপ খাই উঠিল।

কেপ্টেইনেই প্ৰথমে কথা আৰম্ভ কৰি ক'বলৈ ধৰিলে, "আপুনি যদি বেয়া নেপাই মই এষাৰ কথা ক'ব খোজো। ৰিচমণ্ডৰ লগত যথেষ্ট সাৱধান হৈ চলাই ভাল। সমজুৱাৰ আগত নাক-কাণ গলেও বুঢ়াই পৰোৱাই নকৰে।"

ইয়াকে কৈ মেইনাৰে উত্তৰ দিবলৈ নৌপাওঁতেই কেপ্তেইন তাৰ পৰা গুচি গল।

বাহিৰত সাগৰৰ ঢৌৱে মৃদু খেলা খেলিছিল। শীতল বতাহৰ পৰশত নিশাই যেন কোমলতাহে সানি লৈছে। মেইনাৰে মনতে ভাবিবলৈ ধৰিলে- তেওঁনো বাৰু এই জাহাজখনত কি কৰিবলৈ আহিছে? কিহৰ মাদকতাই তেওঁক ইয়াত ৰাখি থৈছে বাৰু? সেই একেবিধিয়া লানি নিছিগা জীৱনটোৰ পৰা যে তেওঁ কেইবাদিনো আঁতৰি আছে।

হামবার্গৰ সেই সৰু ঘৰটো মেইনাৰৰ মানস পটত ভাহি উঠিল। অতীত জীৱনৰ সকলো ঘটনা এটা এটাকৈ তাইৰ মনলৈ আহিবলৈ ধৰিলে। তাইৰ জীৱন ছিন্ন-ভিন্ন কৰা সেই বোমাবৰ্ষণ, যাৰ ফলত জাৰ্মানীৰ মানুহ ৰাস্তাই ঘাতে এন্দুৰৰ নিচিনাকৈ মৰিল- তাৰ পিচত ক্ষুধা, অনাটন আৰু কঠোৰ শীতৰ জ্বালা। তাইৰ মনত পৰিল কেনেকৈ তাইৰ নিচিনা হেজাৰ হেজাৰ মানুহে অনিদ্ৰা, অনশনত জীৱন যাপন কৰিবলগীয়া হৈছিল, এক কিলোগ্ৰাম আলুগুটি বা অলপ ফল-মূলৰ কাৰণে মানুহে কেনেকৈ হাবাথুৰি খাই ফুৰিবলগীয়া হৈছিল। ...এই মহাদুৰ্যোগৰ মাজতেই এদিন তাইৰ জীৱনত ভুমুকি মাৰিছিল প্ৰেম আৰু ভালপোৱাই। সিও এক মৰ্ম্মন্তুদ কাহিনী।...... বোমা বৰ্ষণৰ বিভীষিকাৰ মাজতেই এটা ধ্বংসস্তূপৰ মাজৰ ভগা অট্টালিকাৰ উঁৱলি পৰা লোহা পাথৰৰ মাজত তাই লগ পাইছিল তাইৰ সেই প্ৰেমাস্পদক।

তেওঁ আছিল জাৰ্মানীৰ যুদ্ধক্ষেত্ৰৰ পৰা পিচ হুহকি অহা এজন সৈনিক। ভাগৰ আৰু অনাহাৰত জুৰুলা হোৱা সৈনিকজনৰ গাৰ কাপোৰবোৰ ফাটিছিটি গৈছিল। ৰাইফল আৰু পিঠিত ওলমি থকা মোনাখন যেন অতি কষ্টেৰেহে সৈনিকজনে কঢ়িয়াই আনিছিল। তেওঁৰ গোটেই গা ধুলি-বালিৰে ভৰপূৰ আছিল আৰু ভাগৰত যেন মানুহজন বাগৰি পৰিব তেনেকুৱা যেন দেখা গৈছিল। সেই অৱস্থাতেই মেইনাৰে তেওঁক প্ৰথম বাৰৰ কাৰণে দেখা পাইছিল।

ক্লান্ত সেই সৈনিকজনক মেইনাৰে মাতি আনিলে। তাইৰ লগত থকা সামান্য আহাৰকেই ভাগ কৰি দুয়ো খাবলৈ ল'লে। সেইদিনা তেওঁলোক দুয়োজনেই এক মহা দুৰ্যোগৰ মাজত। আগত পোৱা খাদ্যখিনি সৈনিক-জনে একে গৰাহতে খাই শেষ কৰিলে। তেওঁৰ জীৱনৰ স্থিৰতা যে নাই সেই কথা তেওঁ বুজিছে। পিচ মুহূৰ্ততেই হয়তো তেওঁৰ মৃত্যু হব। । তাৰ পিচত এটি জীৱন

হয়তো পৃথিবাৰ পৰা লুপ্ত হৈ যাব। সেই কথা কোনেও নেজানিব, কোনেও তাৰ হিচাব নল'ব। মেইনাৰৰ জীৱনৰো সেই একেই অৱস্থা। বিপদ সংকুল সেই মুহূৰ্ততেই তেওঁলোকৰ উপজিল অপৰিসীম ভালপোৱা। দুয়ো নিজৰ জীৱনৰ অস্থিৰতাৰ কথা পাহৰিলে আৰু পৰস্পৰে পৰস্পৰৰ ওচৰ চাপি আহিল। জীৱনৰ কোমলতাখিনি দুয়ো দুয়োকো উপহাৰ দিলে। জীৱনৰ সকলো দুখ ভাগৰ পাহৰি দুয়ো শুই থাকিল সেই ভগ্নাৱশেষবোৰৰ মাজত। তাৰ পিচ দিনা ৰাতিপুৱাই মেইনাৰ টোপনিত লাল কাল হৈ থকা অৱস্থাতেই সৈনিকজন শোৱাৰ পৰা উঠি গুচি গ'ল গৈ। তাৰ পিচত মেইনাৰ আকৌ অকলশৰীয়া। সেই নিশাৰ সেই মুহূৰ্তকেইটাই আছিল মেইনাৰৰ জীৱনৰ চিৰাকাঙ্ক্ষিত মুহূৰ্ত! তাৰ পিচত তাইৰ জীৱনলৈ আহিল আকৌ সেই নীৰৱতা। জাহাজৰ ৰেলিঙত বহি ভাবি গ'ল মেইনাৰে অতীতক আঁকোৱালি লোৱা তেওঁৰ সেই দিনবোৰৰ কথা।

বাহিৰত সাগৰৰ সেই একেই মৃদু গৰ্জন আৰু শীতল নিশাৰ নীৰৱতা। সেইদিনাৰ সেই আবেশৰ মাজতো মেইনাৰৰ মনলৈ আহিল তেওঁ যেন আজি বৃদ্ধা.... জীৱন-যৌৱনে যেন তেওঁৰ পৰা মেলানি মাগিছে।

এই চিন্তাপূৰ্ণ ভাৱনাৰ মাজত নিজকে পাহৰি থকা অৱস্থাতেই এজন নাৱিক আহি তেওঁক ক'লে যে কাৰ্ল ৰিচমণ্ডে দবা খেলিবলৈ তেওঁক মাতি পঠিয়াইছে।

ইতিমধ্যে জাহাজ আহি পৰ্টফিনত লাগিলহি। মেইনাৰে পৰ্টফিন ঠাই ডোখৰ ভাল পাওঁ বুলি কোৱা বাবেই জাহাজ তাত দুদিন ৰখোৱা হ'ল। পৰ্টফিনত জাহাজ ৰখোৱাৰ পিচত মেইনাৰে চহৰ চাবলৈ বুলি নামি যোৱা গোটেই সময়খিনিয়েই ৰিচমণ্ডে কেবিনৰ ভিতৰত বিছনাত পৰি পৰিয়েই কটালে।

এণ্টন কৰ্ফে ইতিমধ্যে মেইনাৰৰ কৃতকাৰ্যতাৰ স্বীকৃতি দিছিল। চহৰৰ ৰেষ্টোৰা এখনত চাহ খোৱা টেবুলত বহি আনন্দ মিশ্ৰিত সুৰেৰে এণ্টন কৰ্ফে মেইনাৰক ক'লে— "তুমি অতি চালাক ছোৱালী। এনেকুৱা সুনিপুণ ছাত্ৰী পোৱাটো মোৰেই গৌৰৱ।

"আপুনি শিকাই যোৱা মতেহে মই কৰিছো।"

"কিন্তু নিজৰ বুদ্ধি খটুৱাই উপদেশ দিয়া মতে কাম কৰিব পৰাটোত নিজৰ পাৰদৰ্শিতা লাগিব আৰু তুমি এই কাৰ্যত সঁচাকৈয়ে পটু।"

পাৰদৰ্শিতা লাগিব আৰু তুমি এই কাৰ্যত সঁচাকৈয়ে পটু।”

“মই এই কাৰণেই আনন্দিত হৈছো যে ৰিচমণ্ডে অন্যায় নকৰে। মোৰ ওপৰত তেওঁৰ বিশ্বাস নাইকিয়া হৈ যোৱা হ'লে মই সঁচাকৈয়ে দুঃখিত হ'লোহেঁতেন।”

“কিন্তু এদিন তুমি এই সমস্যাৰ সন্মুখীন হ'বা যেনহে লাগিছে।”

মেইনাৰে এবাৰ ওপৰলৈ আৰু এবাৰ এনেয়ে বাহিৰলৈ চাই ক'লে, “জানো দেও, সঁচা কথা ক'বলৈ গ'লে ভৱিষ্যতত কিনো হয়গৈ মই একো ক'বই পৰা নাই।”



## (সাত)

জাহাজে প'ৰ্টফিন এৰিলে। তাৰ পিচত কেইবাদিনো কাৰ্ল ৰিচমণ্ডে অবস্লশৰেই কেবিনৰ ভিতৰতে উদাসমনেৰে কটাই দিলে। মেইনাৰেও এই সময়ছোৱাৰ ভিতৰত ৰিচমণ্ডৰ পৰা যিমান পাৰে সিমান আঁতৰি ফুৰিছে-যাতে দুয়োৰো পুনৰ মনোমালিন্য উপস্থিত নহয়। কিন্তু তেওঁলোক গৈ উপকূল পোৱাৰ লগে লগেই ঘটনাই বেয়া ৰূপ ধাৰণ কৰিলে।

এই ঘটনাটো ঘটিছিল মুৰ্গীৰ মাংসৰ তৰকাৰী এখনক কেন্দ্ৰ কৰি।

সেই কেইদিন খোৱা-লোৱাৰ সকলো ব্যৱস্থাই মেইনাৰে নিজে কৰিছিল। বুঢ়াৰ খোৱা-লোৱাৰ ভাল-পোৱা বেয়া-পোৱা ইতিমধ্যে তেওঁ সকলো বুজি পাইছিল; আৰু অতি নিপুণতাৰে সৈতে সকলো ব্যৱস্থা কৰি গৈছিল। বৃদ্ধয়ো এই যত্নৰ শলাগ নোলোৱাকৈ নাছিল। পিচে এদিন সামান্য কথাতে সকলো খেলিমেলি হৈ গ'ল। ৰিচমণ্ডে অধিক মচলা দিয়া মাংসৰ তৰকাৰী ভাল নেপাইছিল। মেইনাৰৰ কিন্তু এনেবিধ তৰকাৰী বৰ প্ৰিয় আছিল। গতিকে বৃদ্ধই ভাল নোপোৱা সত্ত্বেও তেঁও এদিন অধিক মচলা দি মুৰ্গীৰ তৰকাৰী ৰন্ধালে। অৱশ্যে ৰিচমণ্ডে ভালপোৱা মাছৰ আঞ্জা এখনো বেলেগে তেওঁ সেইদিনা ৰন্ধাইছিল।

ভাত খাবৰ সময়ত টেবুলত তেওঁলোক আটাইকেইজন লগ হ'ল। ৰান্ধনী ল'ৰাটোৱে মুৰ্গীৰ মাংসৰ তৰকাৰী থকা বাচনটো লৈ নহালৈকে সকলো ভালেৰেই চলিছিল। কিন্তু মচলা দিয়া সেই মাংসৰ তৰকাৰী চকুৰ আগত দেখি বৃদ্ধৰ খং চুলিৰ আগ পালেগৈ। মেইনাৰৰ এই কাৰ্যই যেন আজি তেওঁৰ আত্মসন্মানতহে আঘাত কৰিলে। মেইনাৰে যেন তেওঁৰ দুৰ্বলতাৰ সুবিধা লৈ তেওঁৰ নিজস্ব স্বাধীনতাৰ ওপৰতো হাত দিবলৈ ওলাইছে। নিজৰ জাহাজৰ খোৱা টেবুলত কি কি আঞ্জা-তৰকাৰীৰে সৈতে নিজে খাব লাগিব বা আলহীক সুধিব লাগিব সেই বিষয়ে বিবেচনা কৰিব তেওঁ নিজেইহে। তেওঁ খাই ভাল নোপোৱা বস্তু

তেনেকৈ আনি আগত ৰাখি থৈ মেইনাৰে যেন তেওঁক অপমানহে কৰিছে। এই কথা তেওঁ কেতিয়াও সহ্য কৰিব নোৱাৰে।

এণ্টন কৰ্ফ আৰু লগৰ আনবোৰে বিভিন্ন পাত্ৰৰ পৰা নিজে নিজে চামুচেৰে খোৱা বস্তু উঠাই লোৱাত ব্যস্ত আছিল। ৰিচমণ্ডে কলিং বেলটো টিপি চাকৰ এটা মাতিলে। খঙত ৰঙাচঙা পৰি তেওঁ মেইনাৰৰ ফালে একেথৰে চাই আছিল। বৃদ্ধৰ মনোভাব মেইনাৰে সুন্দৰকৈ বুজি পালে। যথেষ্ট চেষ্টা কৰি তেওঁ অন্যমনস্ক হ'বলৈ যত্ন কৰিলে। গাৰ কঁপনি বহুত কষ্ট কৰিহে তেওঁ বন্ধ কৰিব পাৰিছিল। ঘণ্টাৰ শব্দ শুনাৰ লগে লগে এটা চাকৰ আহি উপস্থিত হলহি। বৃদ্ধই প্ৰায় চিঞৰিয়েই তাক ক'লে "এই মাংস খোৱা পাত্ৰ আৰু সকলো খোৱা বস্তু এতিয়াই মোৰ চকুৰ আগৰ পৰা আঁতৰাই লৈ যা। এই টেবুল এতিয়াই খালী কৰি দে।"

জাহাজৰ বিষয়া কেইজন আৰু এণ্টন কৰ্ফে তেওঁবিলাকৰ আগত থকা থালবোৰ নিবলৈ দিলে। ক'লা ৰঙৰ চাকৰটোৱে যেতিয়া মেইনাৰৰ থালখন নিবলৈ হাত দিলে তেতিয়াও বেচেৰীয়ে টেবুলখনলৈ নেচালে। খং, অভিমান আৰু উত্তেজনাত বেচেৰী অধীৰ হৈ পৰিছিল। ভাত খোৱা কোঠালিটোত এক গভীৰ নীৰৱতাই বিৰাজ কৰিছিল। কিংকৰ্তব্যবিমূঢ় চাকৰটোৱে থালকেইখন উঠাই তাৰ পিচত কি কৰিব লাগিব সেই হুকুমৰ কাৰণে সচকিতভাৱে অপেক্ষা কৰি আছিল।

অতি খঙেৰে বৃদ্ধই কলে— "মেইনাৰ! তুমি ভালদৰেই জানা যে মই মুৰ্গীৰ মাংস ঘৃণা কৰো। মই ভাল নোপোৱা বস্তু মোৰ ভাত খোৱা টেবুলত দিয়াটো মই পছন্দ নকৰো।"

মেইনাৰে বৃদ্ধৰ মুখলৈ মূৰ ডাঙি চালে। তাৰ পিচত এক বিৰাট বিদ্ৰোহৰ ভাবত কৈ উঠিল— "আপোনাৰ ভাল-বেয়াৰ ওপৰত নিৰ্ভৰ কৰি যে আনে ভাল নেপাব সেইকথা আপুনি কেতিয়াবা ভাবি চাইছেনে? আপুনি মাছ ভাল পায় কাৰণে মই মাছৰ তৰকাৰী বেলেগে ৰন্ধাই থৈছো। আপুনি মাছ খাওক, আৰু আমি মুৰ্গীৰ মাংস খাম। কিন্তু এই সাধাৰণ কথা এটাকে লৈ এইখন হুলস্থূল লগোৱাৰ কোনো আৱশ্যক নাছিল।"

মেইনাৰৰ এনেকুৱা দুঃসাহসিক উত্তৰ শুনি টেবুলৰ অন্যান্য বিষয়াসকল ভীতিবিহ্বল হৈ ইজনে সিজনলৈ চাব ধৰিলে। মেইনাৰে উপলব্ধি কৰিলে যে

দৰ্কাৰতকৈ বহুত বেছি কথা তেওঁ কৈ পেলালে।

বজ্ৰ পৰা মানুহৰ দৰে আটাইকেইজন ক্ষন্তেকৰ কাৰণে নিজ নিজ চকীত বহি থাকিল। ইতিমধ্যে কাৰ্ল ৰিচমণ্ডৰ মুখমণ্ডল খঙত অধিক ৰঙা পৰি আহিল। ওচৰতে থকা ৰঙা মদৰ বটল এটা হাতেৰে উঠাই লৈ ওচৰৰে আলমাৰী এটালৈ জোৰেৰে মাৰি পঠিয়ালে। বটলটো ভাঙি টুকুৰা টুকুৰ হৈ ভিতৰত থকা ৰাঙলী সুৰা মজিয়াত পৰি নৈৰ দৰে সোঁত সৃষ্টি কৰি বৈ গ'ল। তাৰ পিচত টেবুলত থকা প্লেট, বাতি যি পালে তাকে উঠাই লৈ বেৰলৈ দলিয়াবলৈ ধৰিলে। তাৰে এখন গৈ ওচৰতে থকা চাকৰটোৰ মুখতে পৰিল। বেচেৰা ভয়ত সচকিত হৈ তাৰ পৰা পলাই পত্ৰং দিলে।

বৃদ্ধই চকীখন ইফালে ঘূৰাই লৈ ওচৰত য'ত যি পালে এফালৰ পৰা দলিয়াই সকলো বস্তু ভাঙি চূৰমাৰ কৰিবলৈ ধৰিলে। তাৰ পিচত উগ্ৰ মূৰ্তি ধৰি মেইনাৰক ক'বলৈ ধৰিলে ঃ

তোমাৰ স্পৰ্দ্ধা বহুত বাঢ়ি গৈছে। তুমি ভাবিছা নেকি যে ইয়াত তুমি ভবামতে সকলো কথা হ'ব? তুমি জানানে যে মোক কোনেও অৱজ্ঞা কৰিব নোৱাৰে? মই যিটো কাম কৰিবলৈ বাধা দিওঁ সেই কাৰ্য কোনেও কেতিয়াও কৰিব নোৱাৰিব। মোৰ আদেশ মানি কাম কৰিবলৈহে দৰমহা দি মই তোমাক ৰাখিছো। তোমাৰ প্ৰভু মইহে। আন বিষয়াসকলৰ নিচিনাকৈ তুমিও মোৰ অধীনত কাম কৰা দৰমহা লোৱা বিষয়াহে। সেই কথা তুমি পাহৰি যোৱা উচিত নহয়।"

ঘটনাই ইমান কুৰূপ ধাৰণ কৰিব বুলি মেইনাৰে কেতিয়াও ভবা নাছিল। বেচেৰী প্ৰায় সংজ্ঞাহীন হোৱা যেন হ'ল। তেওঁ লাহেকৈ চকীৰ পৰা উঠিল আৰু ধীৰগতিৰে কোঠালিটোৰ পৰা বাহিৰ হৈ গ'ল। কাৰ্ল ৰিচমণ্ডে নাযাবা নাযাবাকৈ খঙেৰে চিঞৰি থকা কথালৈ মেইনাৰে কাণষাৰেই নকৰিলে।

ওলাই যাওঁতে জাহাজৰ মজিয়াৰ ৰেলিং এডালত ধৰি জন টমাচ নামৰ জামাইকান চাকৰটো বিষাদ মনেৰে থিয় হৈ থকা মেইনাৰে দেখিলে। অলপ আগতে বেচেৰাই বৃদ্ধ মালিকৰ গালি খাই তাত মন মাৰি বৈ আছিল। অন্তৰৰ বিষাদ-বেদনা এটা লৈ যে চাকৰটো তাত থিয়হৈ আছিল তাৰ চেহেৰা দেখিয়েই বুজিব পৰা গৈছিল।

## উপেক্ষিত যৌৱন মোৰ

চাকৰটোক তাত দেখি মেইনাৰে মনতে ভাবিলে—"তাৰ লগত মোৰ একো পাৰ্থক্য নাই। অন্ন সংস্থানৰ কাঁৰণে আমি উভয়ে আমাৰ স্বাধীনতা বিসৰ্জন দিছো।" মনৰ আৱেগত মেইনাৰে চাকৰটোৰ ওচৰলৈ গ'ল আৰু মৰমেৰে তাৰ বাহুত ধৰি জোকাৰি দিলে।

মেইনাৰে মৰম সনা মাতেৰে তাক ক'লে—বুঢ়াৰ গালি গালাজলৈ তুমি কাণ নিদিবা। বৃদ্ধত্ব আৰু অসুস্থতাই তেওঁক অতি খিট্‌খিটিয়া কৰি পেলাইছে। এয়া নিয়া—এই পইচাখিনি তুমি লোৱা। এইখিনিৰে তোমাৰ আৱশ্যকীয় বস্তু কি লাগে কিনি ল'ব পাৰিবা।" এইবুলি মেইনাৰে বেগৰ পৰা কিছু পইচা উলিয়াই চাকৰটোক যাচিলে।

অতি নম্ৰতাৰে এই মৰমৰ দান উপেক্ষা কৰি চাকৰটোৱে ক'লে ঃ "আইটি, আপুনি মোক মানুহৰ ব্যৱহাৰ প্ৰদৰ্শন কৰিছে। এই জাহাজত আবদ্ধ হৈ থাকি মানবীয় পৰশনৰ পৰা বঞ্চিত হৈ গৈছিলো। আপোনাৰ হাতৰ মৰমী পৰশে মোক আজি বহুত ঐশ্বৰ্য দান কৰিছে। আপোনাৰ পইচা মোক নেলাগে।" ইয়াকে কৈ চাকৰটো লাহে লাহে তাৰ পৰা আঁতৰি গ'ল।

বিশাল জলৰাজিৰ পৰা বৈ অহা শীতল বতাহত মেইনাৰে শান্তিৰে অলপ নিশ্বাস পেলালে। তাৰ পিচত বেগাবেগিকৈ গৈ তেওঁৰ কেবিনত সোমাল। খৰখেদাকৈ তেওঁৰ কাপোৰ কানি হাতত যি পালে তাকে চুটকেছ এটাত ভৰাই ল'লে। চুটকেছটো হাতত লৈ লাহে লাহে মেইনাৰ জাহাজৰ পৰা পাৰলৈ নামি গ'ল। জাহাজৰ বিষয়াজনে আচৰিত হৈ তেওঁলৈ চাই থাকিল।

বাহিৰত সূৰ্য্যৰ প্ৰখৰ কিৰণে ধৰণী উত্তপ্ত কৰি থৈছিল। আঁতৰত এঘৰৰ ড্ৰইং ৰুমৰ পৰা ৰেডিঅ'ত গোৱা প্ৰেমৰ গীত এটি ভাহি আহিছিল। মেইনাৰে এই সকলোবোৰলৈ আওকাণ কৰি হোটেল এখন বিচাৰি খোজ ল'লে। অলপ দূৰ গৈয়েই হোটেল এখনৰ মালিক এজনক লগ পালে। মালিকৰ গাড়ীৰেই গৈ হোটেলত নামিল গৈ। হোটেলখন যথেষ্ট লেতেৰা আছিল যদিও তাৰে এটা আহল-বহল কোঠালি তেওঁ বাছি ল'লে। এই হোটেলৰ মূধচত উঠিলে লাকি জাহাজখন দেখা গৈছিল।

কোঠালি সোমাই চুটকেছটো থৈ জোতা, কাপোৰ আদি খুলি মেইনাৰে অলপ আৰাম পালে। চিগাৰেট এটা জ্বলাই লৈ তেওঁ বিছনাত দীঘল দিলে।

চকুদুটা মুদি লৈ অলপ আগতে ঘটি যোৱা ঘটনাৰাজি মানসপটলৈ আনিবলৈ তেওঁ চেষ্টা কৰিলে।

কি কথাৰ পৰা কি হ'লগৈ, তাকেই তেওঁ ভাবিবলৈ ধৰিলে। অৱশ্যে মেইনাৰে নিজৰ মনতেই পতিয়ন গৈছিল যে আত্মসন্মান থকা যি কোনো মানুহেই তেওঁ যি দৰে কৰিছে ঠিক সেই পন্থাকেই ল'লেহেঁতেন।

ইপিনে লাকি জাহাজতো বৃদ্ধই ভাতৰ টেবুলত ঘটি যোৱা সেই দুৰ্ঘটনাৰ পিচত ভাত খোৱা কোঠালিৰ পৰা চকীখন ঘূৰাই ঘূৰাই নিজৰ কেবিনলৈ লৈ গ'ল। খং আৰু উত্তেজনাত বৃদ্ধৰ কেতিয়াও বেছি সময়ৰ বাবে বিচলিত হৈ থকা স্বভাৱ নাছিল। সেই খঙে যেন তেওঁক জীয়াই থকাৰ প্ৰেৰণাহে যোগাইছিল।

জাহাজৰ আন এটা কেবিনত এণ্টন কৰ্ফে অলপ আগতে ঘটি যোৱা ঘটনাটোৰ কথাকেই ভাবি আছিল। মেইনাৰে জাহাজৰ পৰা গৰাকীৰ অনুমতি নোলোৱাকৈ গুচি যোৱাৰ কথা ইতিমধ্যে তেওঁৰ কাণত পৰিছিলহি। তেওঁৰ প্ৰশিক্ষণ মতে সেইদিনা দুপৰীয়ালৈকে মেইনাৰে অতি নিয়াৰিকৈ সকলো কাম কৰি গৈছিল আৰু তেওঁলোকৰ পৰিকল্পনাত দুয়ো অতি সুখ্যাতিৰেই আগবাঢ়ি গৈ আছিল। কিন্তু আজি মেইনাৰে যি অঘটন ঘটালে তাৰ শুধৰণিৰ আশা যে নিচেই কম সেই কথা এণ্টন কৰ্ফে ভাবিবলৈ বাধ্য হ'ল। তাকেই কৰিবলৈ এটা মাত্ৰ উপায় আছিল আৰু সেইটোৱেই হৈছে বৃদ্ধই খবৰ পোৱাৰ আগতেই মেইনাৰক বিচাৰি আকৌ জাহাজলৈ ঘূৰাই লৈ অহাটো।

অকণো সময় অনাহকত খৰচ নকৰি এণ্টন কৰ্ফে জাহাজৰ পৰা চহৰলৈ বুলি বাহিৰ হ'ল, আৰু অ'ত ত'ত খবৰ কৰি চহৰৰ এক মাত্ৰ হোটেলখনত মেইনাৰক বিচাৰি উলিয়ালেগৈ।

তেওঁৰ কোঠালিত এণ্টন কৰ্ফ হাজিৰ হ'লগৈ। মেইনাৰে তেওঁক বহিবলৈ দিলে। তেওঁৰ ফালে অলপ কেৰাহিকৈ চাই এণ্টন কৰ্ফেই প্ৰথমে কথা আৰম্ভ কৰি ক'লে—"তুমি সাংঘাতিক ভুল কৰি পেলালা।"

মেইনাৰে একো উত্তৰ নিদিলে। এণ্টন কৰ্ফে কৈ গ'ল—"তুমি গুচি অহাৰ কথা কাৰ্ল ৰিচমণ্ডে অৱশ্যে এতিয়ালৈকে গম পোৱা নাই। ইমান কষ্ট কৰি চাৰিওফালৰ পৰা নিয়াৰিকৈ কৰি অহা আমাৰ পৰিকল্পনাটো নষ্ট হৈ যোৱাৰ আগতেই তুমি জাহাজলৈ ঘূৰি যোৱাটো নিতান্তই দৰ্কাৰ হৈ পৰিছে।"

"জাহাজলৈ ঘূৰি যাবলৈ মোৰ আৰু অকণো ইচ্ছা নাই।"

দুয়ো অলপ সময় মনে মনে থাকিল। নীৰৱতা ভঙ্গ কৰি এণ্টন কৰ্ফে ক'লে—"বিদেশত থাকিবলৈ যে তোমাৰ পাছপৰ্ট, ভিছা বা বনুৱাৰ পাৰ্মিটো লগত নাই সেই কথা তুমি ভাবি চাইছানে? ইয়াৰ অভাৱত যে তুমি এই ঠাইৰ পৰা ওলাই যাব নোৱাৰিবা সেই কথা তুমি নিশ্চয় জানা। সেই বিষয়ে কিবা উপায় উলিয়াইছা নেকি বাৰু?"

"সেই বিষয়ে অৱশ্যে মই একোৱেই ভবা নাই। সি যিয়েই নহওক ঘটি যোৱা সেই ঘটনাৰ পিচত জাহাজলৈ মই আৰু ঘূৰি যাব নোৱাৰিম।"

"সেইটো অভিমানত কৈছানে আন কিবা পৰিকল্পনা ঠিক কৰি থৈহে কৈছা?"

আপুনি যি বুলিয়েই নকওক, সেই বৃদ্ধৰ লগত মই আৰু এখন্তেকো থাকিব নোৱাৰো। মোৰ শেষ সিদ্ধান্ত সেইটোৱেই।" এণ্টন কৰ্ফে অলপ বিজ্ঞৰ সুৰত ক'লে, "হেৰা আকৰীজনী, বিনা কষ্টে যে ঐশ্বৰ্য সম্পদৰ অধিকাৰিণী হ'ব নোৱাৰিবা সেই কথা তুমি এতিয়াও বুজি পোৱা নাই নেকি? আৰম্ভণিতেই দেখোন এই কথা মই তোমাক কৈছিলো।"

চকী খনত পোনকৈ বহি লৈ এণ্টন কৰ্ফে কোৱা মূল্যবান কথা মেইনাৰে দকৈ ভাবি চাই ক'লে—"আপুনি অৱশ্যে সত্য কথাকেই কৈছে। উত্তেজনাৰ বশৱৰ্তী হৈহে মই এই কাম কৰি পেলাইছিলো। এই ভুল পিচে সংশোধন কৰিবলৈ যথেষ্ট স্থল আছে। মোৰ প্ৰতি বৃদ্ধৰ আকৰ্ষণ বঢ়াবলৈহে যেন মোৰ এই অনুপস্থিতিৰ সুবিধা লোৱা হৈছে এই বুলিয়েই বাৰু আমি ধৰি ল'লো। এতিয়া আপুনি জাহাজলৈ ঘূৰি যাওক। মোৰ কথা বৃদ্ধৰ আগত ঘূণাক্ষৰেও উলিয়াব নেলাগে। দেখা যাওক ঘটনাই কোন ফালে গতি লয়। বৃদ্ধই যদি মোৰ কথা পাহৰা নাই, তেনেহ'লে আজিয়েই মই ঘূৰি যাম। নতুবা আপুনি মোক ইয়াতে এৰি থৈ যাওক। নিজৰ ব্যৱস্থা মই নিজেই কৰি লম।".

মেইনাৰৰ এই অভিমত এণ্টন কৰ্ফে প্ৰথমতে মানি ল'ব পৰা নাছিল। এই পন্থাৰে কিমান দূৰ কৃতকাৰ্যতা লাভ কৰিব পৰা হ'ব সেই বিষয়ে তেওঁ তেতিয়াও যথেষ্ট সন্দিহান আছিল। আনহাতে বিকল্প উপায় এটাও তেওঁ ভাবি নেপালে। দোধোৰ মোধোৰ অৱস্থাত পৰি তেওঁ মেইনাৰক ক'লে "তুমি লোৱা পন্থা অতি বিপদসংকুল। তাৰ অবিহনে আন উপায়ো মই একো ভাবি

পোৱা নাই। পিছে আন এটা কথাও ইতিমধ্যে হৈ যাব পাৰে। তুমি ইয়াত থাকোঁতেই যদি জাহাজ এৰি দিবলৈ বৃদ্ধই হুকুম দিয়ে তেতিয়া দেখোন তুমি ইয়াতেই থাকি যাবা।"

"সেই ক্ষেত্ৰটো তেওঁৰ এটা বিপদ আছে। বিনা পাৰ্মিটে মোক ইয়াত থাকিবলৈ দিয়াৰ কাৰণে স্থানীয় কৰ্তৃপক্ষই তেওঁকো ধৰিব।"

"এৰা সেইটোও হয়। তুমি ঠিকেই কৈছা। মই সেই কথা ভবাই নাছিলো।" এই বুলি কৈ এণ্টন কৰ্ফ হোটেলৰ পৰা ওলাই গ'ল।

এণ্টন কৰ্ফ আৰু মেইনাৰৰ এই পৰিকল্পনা অৱশ্যে অতি বিপদসংকুল আছিল। কিয়নো ইয়াৰ ভিতৰতে জাহাজ এৰি দিব লাগে বুলি বৃদ্ধই হুকুম দিলে সকলো জল্পনা-কল্পনা ওলট-পালট হৈ গ'লহেঁতেন।

জাহাজলৈ গৈ নিজৰ কেবিনৰ পৰা এজাপ ফাইল উলিয়াই কাষলতিৰ তলত লৈ এণ্টন কৰ্ফ গৰাকীৰ কোঠালি পালেগৈ। কোঠালিৰ ভিতৰত গৰাকীক অতি ধেমেলীয়া চেহেৰাত দেখিবলৈ পাই এণ্টন কৰ্ফ আচৰিত হ'ল।

বৃদ্ধই মিচিকিকৈ হাঁহি এটা মাৰি ক'লে "সকলো ঠিক ঠাক কৰি লোৱা, আমি আজি গধূলিয়েই এই ঠাইৰ পৰা জাহাজ এৰিম।"

বৃদ্ধৰ কথা শুনি আগন্তুক বিপদৰ কথা ভাবি এণ্টন কৰ্ফ অলপ সচকিত হ'ল। নম্ৰভাৱে তেওঁ ক'লে—"আপুনি জাহাজৰ কেপ্টেইনক হুকুম দিলে নেকি? মই গৈ এই খবৰ দিব লাগিব নেকি?" বৃদ্ধই উত্তৰ দিলে "মই সকলো ঠিক কৰি থৈছো। তুমি সেই বিষয়ে ভাবিব নেলাগে। আহা অলপ দবাকেই খেলা যাওক। পাঁচ বজাৰ আগতে আমি এই পানীৰ ওপৰেৰে জাহাজলৈ যোৱাতো উচিতো নহ'ব।" দুয়ো দবা খেলিবলৈ বহিল। অলপ সময় পিচত গৰাকীয়েই প্ৰথমে কথা আৰম্ভ কৰি ক'লে—"মেইনাৰ তেওঁৰ কোঠালিত নাই যেন পাওঁ।"

একেবাৰেই যেন অন্যমনস্ক, তেনেকুৱা ভাব দেখুৱাই এণ্টন কৰ্ফে উত্তৰ দিলে—"এনেকুৱা-উৎপাত গৰমত তেওঁ বাহিৰৰ ফালে ওলাই যোৱাটো একো আচৰিত নহয়।"

"মই সেই কথা কোৱা নাই, বৃদ্ধই কৈ গ'ল—"তেওঁ এটা চুটকেছলৈ বাহিৰলৈ ওলাই যোৱা আমাৰ বিষয়া এজনে দেখিছে।"

"তেওঁ বোধহয় চহৰৰ ফালে এনেয়ে ফুৰিবলৈ গৈছে," ভয়ে ভয়ে এণ্টন কৰ্ফে ক'লে।

"হাতত চুটকেছ লৈ চহৰ চাবলৈ গৈছে?" বৃদ্ধই প্ৰশ্ন কৰিলে। "হেৰা চেক্ৰেটৰী! তোমাক মিছাকৈয়ে মই বৰ বুধিয়ক বুলি ভাবিছিলো। তুমি পিছে এই সাধাৰণ কথাটোও বুজিব নোৱাৰিলা। তুমি বুজি পোৱাই নাই নেকি যে তেওঁ জাহাজৰ পৰা একেবাৰেই গুচি গৈছে! তেওঁ আৰু ঘূৰি নাহে। যিয়েই নহওক ছোৱালীজনী পিচে অতি গুণী আছিল।"

চোৰৰ দৰে কেৰাহিকৈ চাই এণ্টন কৰ্ফে দেখিলে যে বৃদ্ধই তেওঁলৈকে চাই আছে। গতিকে তেওঁ পুনৰ দবাখেলত মন দিলে। তাৰ পিছত লাহে লাহে ক'লে—"মই আপোনাক আন এজনী নাৰ্চ বন্দবস্ত কৰি দিম।"

"আন নাৰ্চ মোক আৰু নেলাগে। তেওঁকেহে লাগিব। তেওঁ আমাৰ চাকৰিয়ালসকলৰ মাজতেই এগৰাকী; আৰু মোৰ বিনা অনুমতিত তেওঁ কেতিয়াও কাম এৰি যাব নোৱাৰিব। প্ৰভুৰ প্ৰতি তেওঁ দেখুওৱা অৱমাননা মই ভাল নেপাওঁ। তথাপি তেওঁক ইয়াত এনেকৈ মই এৰি থৈ যাব নোখোজো।"

"তেওঁ মোৰ লগত আহিবলৈ হয়তো অমান্তিও হ'ব পাৰে।" এণ্টন কৰ্ফে ক'লে।

বৃদ্ধই উত্তৰ দিলে "তুমি এনেকুৱা অকৰ্মণ্য হ'লানে বাৰু? তেওঁ যোৱাত দেখিছো তুমিও ৰং পাইছা।"

"আপুনি সঁচা কথাকেই কৈছে। প্ৰকৃত পক্ষে মেইনাৰৰ কিছুমান ব্যৱহাৰ পাতি ময়ো ভাল পোৱা নাই। নিজৰ কৰ্তব্যৰ বিষয়ে তেওঁৰ বৰ্দ্ধিত ধাৰণা কিছুমান আছে বুলি মই ভাবো।"

"সেই কাৰণেই ময়ো তেওঁক ঘূৰাই আনিবলৈ বিচাৰিছো। তেওঁক মই বুজাই দিব খোজো যে এই জাহাজৰ সকলো কথা মোৰ আদেশ মতেহে চলিব আৰু মই ভালপোৱা বেয়াপোৱাৰ ওপৰত নিৰ্ভৰ কৰিহে সকলো কৰা হ'ব।"

কথা শেষ হোৱাৰ লগে লগে তেওঁলোকৰ দবা খেলাও শেষ হ'ল। চতুৰ এণ্টন কৰ্ফে পিচে গৰাকীক খেলত জিকিবলৈ সুবিধা নিদিয়াকৈ নেথাকিল।

তাৰ পিচত তেওঁ হোটেলখনলৈ পুনৰ গ'ল আৰু গৰাকীৰ আদেশৰ কথা

মেইনাৰক জনালে। বৃদ্ধই যে মেইনাৰক জাহাজলৈ ঘূৰাই মাতি পঠিওৱাৰ উদ্দেশ্য বেচেৰীক থকা-সৰকা কৰাৰ বাহিৰে আন একো নাছিল, সেই কথা দুয়োৰো বুজিবলৈ বাকী নেথাকিল। গতিকে এই খেলখন আৰু অলপ জটিল কৰি তুলিবলৈকে দুয়ো থিৰাং কৰিলে। সেই কাৰণে এণ্টন কৰ্ফ জাহাজলৈ ঘূৰি আহিল আৰু গৰাকীক জনালে যে নাৰ্ছজনী ঘূৰি আহিবলৈ অমান্তি হৈছে। লগতে এইটোও জনালে যে নাৰ্ছজনীয়ে আনকি দৰমহাখিনিও নুখুজিলে।

কাৰ্ল ৰিচমণ্ড যেন অলপ চিন্তিত হ'ল। মূৰটো অলপ ইকাতি সিকাতি কৰি চকু দুটা আধামুদা অৱস্থাত ৰাখি তেওঁ ক'বলৈ ধৰিলে "এইটো পিচে আমাৰ ভিতৰত গোপন হিচাপেহে আলোচনা কৰিছো। প্ৰকৃততে কোৱাচোন বাৰু ঘূৰি আহিবৰ কাৰণে তুমি নাৰ্ছজনীক টকা-পইচাৰ কিবা লোভ দেখুৱাইছিলা নে নাই।"

"সঁচাকৈয়ে মই সেই লোভ দেখুৱাইছিলোৱেই।"

"তুমি কিমান দিম বুলি কৈছিলা বাৰু।"

"কিমান ধন দিম পৰিমাণটো অৱশ্যে মই উল্লেখ কৰা নাছিলো। পিচে কথা-বতৰাৰ মাজেৰে মই সেই বিষয়ে যথেষ্ট ইংগিত দিছিলো।

"তেতিয়াও তেওঁ অমান্তি হ'লনে?"

"এৰা সেইটোহে আচৰিত কথা। টকা-পইচাৰ উল্লেখেও তেওঁৰ মনৰ কোনো সাল-সলনি কৰিব নোৱাৰিলে!

"মোৰ বোধেৰে তেওঁ এইটো এটা মান-ইজ্জতৰেই প্ৰশ্ন বুলি ধৰি লৈছে।"

"বৃদ্ধই পোনপটীয়াভাৱে উত্তৰ দিলে "তাই জহন্নামে যাওক। তাইৰ বিষয়ে চিন্তা কৰি সময় খৰচ কৰাৰ অকণো আৱশ্যক নাই। সকলো যোগাৰ শেষ হোৱাৰ লগে লগে যিমান সোনকালে পাৰি এই ঠাইৰ পৰা জাহাজ এৰি দিব লাগে।"

কাৰ্ল ৰিচমণ্ডৰ শেষৰ কথাকেইটাই এণ্টন কৰ্ফক চিন্তাত পেলালে। ভাবগধুৰ চিত্তে লাহে লাহে তেওঁ নিজৰ কেবিন পালেহি। তেওঁৰ এই খেলত কোন হাৰে কোন জিকে একো থিক নাইকিয়া হৈ পৰিছে। দুয়োপক্ষই যেন এতিয়া সমানেই কৃতকাৰ্যতাৰ পথত। ইতিমধ্যে যদি কাৰ্ল ৰিচমণ্ডৰ মনৰ গতিৰ কোনো সালসলনি নহয়, তেনেহ'লে এণ্টন কৰ্ফৰ গোটেই পৰিকল্পনাটোৱেই বালিৰ

ঘৰৰ দৰে ভাঙি পৰিব। মেইনাৰক এই খেলপথাৰৰ পৰা বিদায় দিব লাগিব। তেওঁ আন এগৰাকী ছাত্রীক আকৌ গুৰিৰ পৰা শিকাই বুজাই মেইনাৰৰ নিচিনা পাকৈত কৰি তুলিব লাগিব। কিন্তু এই কামটো সিমান সহজ নাছিল। এইবোৰ চিন্তাই এণ্টন কৰ্ফক জুমুৰি দি ধৰিলে। মেইনাৰক তোলনীয়া জীয়েক কৰি লৈ কিমান দূৰ তেওঁ সুপৰিকল্পিতভাৱে আগবাঢ়ি গৈছিল সেই কথা তেওঁ ভাবিবলৈ ধৰিলে। বহুদূৰ কৃতকাৰ্যতা লাভ কৰা এই পৰিকল্পনা চূৰমাৰ হৈ যোৱাৰ চিন্তাই তেওঁক সঁচাকৈয়ে বিব্রত কৰি তুলিলে। আকৌ সকলো কথা গুৰিৰ পৰা আৰম্ভ কৰিবলৈ সময় যথেষ্ট কমি আহিছে। যিমান ধৰণেই তেওঁ কথাবোৰ ভাবি গ'ল, সকলো ফালৰ পৰাই তেওঁ মাত্র অন্ধকাৰহে দেখিবলৈ ধৰিলে।

আবেলি প্রায় পাঁচ বজাৰ সময়ত যাত্রাৰ আৱশ্যকীয় সকলো যা-যোগাৰ হৈ উঠাৰ লগে লগে তেওঁ প্রায় অস্থিৰেই হৈ পৰিল আৰু চিন্তা গধূৰ মন এটা লৈ নিজৰ কেবিনৰ ভিতৰতেই সোমাই থাকিল। সকলো আশা এৰি দি এইদৰে চিন্তান্বিত হৈ বহি থাকোঁতেই এক অভাৱনীয় ঘটনাই সকলো অদল বদল কৰি পেলালে।

কাৰ্ল ৰিচমণ্ডে তেওঁক মাতি পঠিয়াইছে বুলি তেওঁলৈ খবৰ আহিল। গৰাকীৰ কেবিনলৈ গৈ এণ্টন কৰ্ফে দেখিলে যে বৃদ্ধই ধুনীয়া সাজ পাৰেৰে সু-সজ্জিত হৈ আছে। এণ্টন কৰ্ফে তালৈ সোমাই যোৱাৰ লগে লগেই ৰিচমণ্ডে ক'লে "মই মেইনাৰক নিজেই এবাৰ দেখা কৰি আহিব খোজো।"

চতুৰ চেক্রেটৰীয়ে অতি ধৈৰ্যৰে এই কথাত যেন একোকেই গুৰুত্ব দিয়া নাই তেনেকুৱা ভাব দেখুৱাই ক'লে—

"আপোনাৰ কাৰণে মই গাড়ী এখন বন্দৱস্ত কৰি আনোগৈ তেনেহ'লে।" আৰু আন কোনো কথা নোকোৱাকৈয়ে কেবিনৰ পৰা ওলাই গৈ তেওঁ জাহাজৰ মজিয়া পালেগৈ। তেওঁৰ মনলৈ অৱশ্যে যথেষ্ট উত্তেজনাও আহিছিল। ঘটনাচক্রত এতিয়া হয়তো তেওঁৰেই জয় সুনিশ্চিত।

এইবোৰ লানি নিছিগা কথা ভাবি ভাবি এণ্টন কৰ্ফ জাহাজৰ পৰা নামি গ'ল। ওচৰে পাঁজৰে গাড়ী বিচাৰিলে। বুঢ়াক হোটেললৈ পঠিয়াবলৈ যেই সেই গাড়ী হ'লেওতো নহ'ব! চকা লগোৱা চকীখনেৰে সৈতে উঠাই দিবলৈ পিক্‌আপ

গাড়ী বা ট্ৰাক এখনৰ দৰ্কাৰ হ'ব। গতিকেই হোটেলৰ গৰাকীক কৈ তেওঁৰেই ট্ৰাকখন ট্ৰাকখন খুজি অনা হ'ল। আটাইবোৰে ধৰি মেলি বৃদ্ধক চকীৰে সৈতে ট্ৰাকখনত উঠাই দিলে। বৃদ্ধৰ লগতেই এণ্টন কৰ্ফো যাবলৈ ওলাল। ৰিচমণ্ডে কিন্তু তাত সন্মতি নিদিলে। তেওঁ ক'লে যে তেওঁ অকলেহে যাব। ড্ৰাইভাৰ জন লগত আছেই যেতিয়া একো অসুবিধা নহ'ব।

ড্ৰাইভাৰে হোটেললৈ বুলি গাড়ী চলালে। গাড়ীৰ পিচফালে চকীখনত বহি বহি বৃদ্ধই অকলেই এবাৰ হাঁহিলে। তেওঁৰ মনটো যেন এতিয়া পৰিষ্কাৰ আৰু পাতল। তেওঁ যেন আত্মবিশ্বাস ঘূৰাই পাইছে।

হোটেলৰ আগত গাড়ী ৰ'লহি। তিনিজনমান মানুহে ধৰি চকীখনেৰে সৈতে বুঢ়াক গাড়ীৰ পৰা নমাই দিলে। বুঢ়াই অতি ৰং মনেৰে চকাকেইটা ঘূৰাই ঘূৰাই চকীখন হোটেলৰ সন্মুখত থকা ফুলনিৰ মাজলৈ চলাই লৈ গ'ল। এজোপা পাতফুলৰ ছাঁত চকীখন ৰখাই তেওঁ মেইনাৰৰ কাৰণে অপেক্ষা কৰিলে।

ৰিচমণ্ড তালৈ অহা খবৰ ইতিমধ্যে মেইনাৰক দিয়া হৈছিল। তেওঁ বুঢ়াক লগ ধৰিবলৈ বৰ দৌৰাদৌৰি কৰা যেন নেদেখুৱালে। বৃদ্ধক তাত ৰখাই থৈ তেওঁ যেন এক গৌৰৱহে অনুভৱ কৰিছে। কাপোৰ কানি পৰিপাটী কৰি লৈ আয়নাত মুখখন চাই মেইনাৰ লাহে লাহে বৃদ্ধৰ ওচৰলৈ আহিল। তেওঁ ওচৰ চাপিলত এটা ধুনীয়া হাঁহি মাৰি ৰিচমণ্ডেই প্ৰথমে কথা আৰম্ভ কৰিলে— "তোমাক ইয়ালৈ বিচাৰি আহিবলৈ পাই মই সঁচাকৈয়ে বৰ ভালহে পাইছো। এটা বৰ ডাঙৰ অভিযানত অহা যেন লাগিছে।"

"আপোনাক ইয়ালৈ আহিবলগীয়া অৱস্থা এটাৰ সৃষ্টি কৰি মই নিজেই বৰ দুখ পাইছো।" "হৈছে, হৈছে। সেইবোৰৰ পুনৰুক্তিৰ আৰু কোনো আৱশ্যক নাই। মই পোনপটীয়া মানুহ আৰু সেই কাৰণে আওপকীয়া ব্যৱহাৰ পাতি অকণো ভাল নেপাওঁ। তুমি বাৰু এটা কথাৰ উত্তৰ দিয়াচোন। তুমি মোৰ অধীনত চাকৰি কৰিছা। কিন্তু মোৰ বিনা অনুমতিতেই জাহাজ এৰি গুচি আহিছা কিয়?"

ওঁঠত এটা হাঁহি লৈ মেইনাৰে উত্তৰ দিলে "মই তাৰ পৰা গুচি অহাত এইটোৱেই প্ৰমাণ হৈছে যে আপোনাৰ অধীনত চাকৰি কৰি থাকিবলৈ মোৰ আৰু ইচ্ছা নাই।"

"সেইবোৰ এতিয়া বাদ দিয়া। সঁচা কথা ক'বলৈ গ'লে তোমাৰ অনুপস্থিতিৰ কাৰণে মই যথেষ্ট অসুবিধাত পৰিছো। তুমিতো মোৰ সাধাৰণ আন কৰ্মী-সকলৰ নিচিনা নোহোৱা যে তেওঁলোকৰ নিচিনাকৈ তোমাকো মই বিনা প্ৰশ্নই যাবলৈ দিম!" এইদৰে কৈ বৃদ্ধই মেইনাৰৰ মুখলৈ চালে! মেইনাৰ নীৰৱ হৈয়েই থাকিল। ৰিচমণ্ডে কৈ গ'ল—"তোমাৰ আগত মই এটা প্ৰস্তাৱ ডাঙি ধৰিব খুজিছো। সেইটো পিচে বিশেষ একো নহয়। মই ঘূৰি গৈ পোৱাৰ লগে লগেই আমি জাহাজ এৰি দিম। তুমি যদি আজি হৈ যোৱা এই ঘটনাটো পাহৰি গৈছো বুলি মোক প্ৰতিশ্ৰুতি দিয়া তেনেহ'লে তোমাক মই দহ হেজাৰ ডলাৰ উপহাৰ দিম। লক্ষ্মী ছোৱালীজনী! যোৱা, তোমাৰ চুটকেছটো লৈ আহাগৈ।"

মেইনাৰে উত্তৰ দিলে—"ৰিচমণ্ড ডাঙৰীয়া! আপুনি কথাটো যিমান উজুভাৱে লৈছে সি প্ৰকৃততে তেনেকুৱা নহয়।"

"তেনেহ'লে মই তোমাক পোন্ধৰ হেজাৰ ডলাৰ দিম বুলি গাত ল'লো।"

মেইনাৰে ক'লে—"মই যি কাম কৰিলো তাৰ কাৰণে অৱশ্যে অনুশোচনা কৰিছো। কিন্তু আপুনি যে হৈ যোৱা ঘটনাৰ পুনৰাবৃত্তি নকৰিব সেই বিষয়ে মই যথেষ্ট সন্দিহান।"

"মই তোমাক পোন্ধৰ হেজাৰ ডলাৰ দিম বুলি কথা দিছো। তুমি মাত্ৰ সেই ঘটনাটোৰ কথা পাহৰি যোৱা। ইয়াতকৈ বাৰু আৰু কি কৰিব পাৰো?"

"ক্ষমা খুজিব পাৰে"—মেইনাৰে ধীৰ-স্থিৰ ভাৱে উত্তৰ দিলে।

হতভম্ব হোৱাৰ নিচিনা হৈ বৃদ্ধই কলে—"তুমি তেনেহলে তাকেহে বিচাৰিছা?"

অলপ ঠাট্টাৰ সুৰত মেইনাৰে ক'লে "ধন-সম্পদৰ গৰাকী হৈ ক্ষমা খোজাৰ মূল্য কি সেই কথা বোধহয় আপুনি ভাবিবই নোৱাৰা হৈ গৈছে।"

অলপ উত্তেজিত হোৱাৰ নিচিনাকৈয়েই ৰিচমণ্ডে কৈ উঠিল—"ব'ৰা, মোৰ প্ৰস্তাৱৰ প্ৰতি তুমি অকণো গুৰুত্ব দিয়া নাই বুলিহে মই ভাবিছো। তুমি ইমান বুৰ্বক নে যে ক্ষমা খোজাৰ কাৰণে তুমি পোন্ধৰ হেজাৰ ডলাৰকো আওকাণ কৰিছা? জ্ঞান-বুদ্ধি থকা কোনো মানুহেই এই কাম কৰিবলৈ আগ নেবাঢ়িব বুলি মোৰ বিশ্বাস। তুমি কোৱাচোন বাৰু তুমি প্ৰকৃততে কি বিচাৰিছা?"

"সেই কথা আপোনাক মই আগতে এবাৰ কৈছোৱেই। আপুনি ক্ষমা ভিক্ষা কৰক।"

"তেনেহ'লে ধৰিলোৱা মই তোমাৰ ওচৰত ক্ষমা ভিক্ষা কৰিছোৱেই। এতিয়া তুমি সন্তুষ্ট হ'বানে?"

"নিশ্চয়। তাকেই যদি আপুনি কৰে তেনেহ'লে হৈ যোৱা সকলো কথা মই পাহৰি পেলাম আৰু আপোনাৰ লগত আকৌ ঘূৰি যাম।"

অভিমানত ৰিচমণ্ড ৰঙাচঙা পৰিল। চকীখন একাষলৈ ঘূৰাই লৈ আকৌ ক'বলৈ ধৰিলে—"তোমাৰ বয়সৰ কণমান ছোৱালী এজনীয়ে শুভ্ৰ চুলিৰ এই বৃদ্ধৰ পৰা ক্ষমা ভিক্ষাৰ দাবী জনাইছা কিয় বাৰু? তোমাৰ যৌৱনৰ অহঙ্কাৰে এই কাৰ্যত ইন্ধন যোগাইছে নেকি?"

"অহঙ্কাৰৰ বাবে নহয়। অৱশ্যে আত্মসন্মানৰ কাৰণে বুলি আপুনি ধৰি ল'ব পাৰে।"

"আত্মসন্মান? কি আত্মসন্মানৰ কথা তুমি মোক ক'বলৈ আহিছা? স্বাধীনতা বা সাম্যবাদৰ নিচিনাই অৰ্থহীন এই শব্দবোৰৰ দৰেই আত্মসন্মান শব্দটিও তুমি অভিধানতহে বিচাৰি পাবা। তাৰ প্ৰকৃত অৰ্থ কোনো মানুহে বিচাৰিবলৈ নেযায়।"

"ৰিচমণ্ড ডাঙৰীয়া! কোনেও সেই কথা নেভাবে বুলি আপুনি নক'ব। জগতৰ সকলো মানুহ আপোনাৰ গঢ়ত উঠিছে বুলি নেভাবিব।"

"মানুহে অৱশ্যে এটা বয়সত সেইবোৰ কথা ভাবি আমোদ পায়।" —বৃদ্ধই ক'লে। মেইনাৰ নীৰৱে থাকিল।

আলোচনাৰ প্ৰসঙ্গ অলপ বেলেগ কৰি ৰিচমণ্ডে ক'লে— "এইটো তেনেহ'লে ঠিক হ'ল যে তুমি আৰু মোৰ তলত চাকৰি কৰিব নোখোজা। গতিকে চৰকাৰে বান্ধি দিয়া মতেই তোমাক আইনসংগতভাৱে দিবলগীয়া পইচাখিনিহে দিম আৰু ঘৰলৈ ঘূৰি যাবলৈ ২য় শ্ৰেণীৰ টিকট এটা কিনি দিম।"

"সেইমতেই ময়ো সন্তুষ্ট হ'ম," মেইনাৰে ক'লে। "কিন্তু তুমি ভাবি চাইছানে যে মোৰ লগত অলপমান সহযোগ কৰা হলে বিনাশ্ৰমে আৰু অতি কম সময়ৰ ভিতৰতেই তুমি অজস্ৰ ধন-সম্পত্তি ঘটিব পাৰিলাহেঁতেন?"

"সেইটো অৱশ্যে সঁচা। সেই কাম কৰিবলৈ যোৱাৰ আগতে মোৰ ব্যক্তিত্ব বিসৰ্জন দিব-লগীয়া হ'লহেঁতেন। আপোনাৰ লগত কাম কৰিবলৈ হ'লে মানুহে

নিজত্ব বাদ নিদিয়াকৈ থাকিব নোৱাৰে।”

“সেইবোৰ বাৰু যাবলৈ দিয়া। মোৰ অধীনত কৰা কাম এৰি দি তুমিনো ভৱিষ্যতে কি কৰিম বুলি ভাবিছা?”

“মই আকৌ আগৰ দৈনন্দিন জীৱন যাপন কৰিমগৈ।”

“তোমাৰ প্ৰেমাষ্পদ কোনোবা আছে নেকি?”

“নাই।”

“পৰিয়ালৰ কোন কোন আছে?”

“কোনো নাই। কালৰ গৰাহত মোৰ আত্মীয়-স্বজন সকলোৱেই ইহ সংসাৰৰ পৰা বিদায় লৈছে।”

“তেনেহ'লে কোনোবা বন্ধু-বান্ধৱো নাই নেকি?”

“দুই-চাৰিজন চিনাকি বন্ধু অৱশ্যে আছে।”

“তুমি জাহাজৰ এই জীৱনটো ভাল পাইছানে বাৰু?”

“সঁচাকৈয়ে মই বৰ ভাল পাইছো।”

“মোৰ বিষয়ে তোমাৰ বাৰু কি ধাৰণা হয়?”

“আপুনি কি অদ্ভুত ধৰণৰ প্ৰশ্ন কৰিছে? চাকৰিত সোমোৱা দিনৰে পৰা মই আপোনাক এই বিষয়ে সদায়েই কৈ আহিছোয়েই দেখোন।”

“মোক স্বামী হিচাপে পালে তোমাৰ বাৰু কেনেকুৱা লাগিব?”

“আপুনি সেই কথা মোক কেলেই সুধিছে?”

“আমি এনেয়ে ধেমালিহে কৰিছো। তথাপি তোমাৰ জবাবনো কি তাকেই শুনোছোন।”

“সেই কথা মই কাহানিও ভবাই নাই।”

“ধেমালিতে এখন্তেকৰ কাৰণে এনেয়ে সেই কথাটো ভাবি চোৱাচোন বাৰু?”

“মইনো কি কম! আপুনি মোৰ বুঢ়া দেউতাৰ তুল্য।”

“মই কামাতুৰ লোক নহওঁ। আজি বহুবছৰৰ পৰা কামাসক্ত হৈ মই কোনো নাৰীলৈকে চোৱা নাই আৰু এতিয়া পঙ্গু অৱস্থাত সেই কাম নতুনকৈ আৰম্ভ নকৰো বুলি তুমি নিশ্চিত হ'ব পাৰা।”

"তেনেহ'লে কিহৰ কাৰণে আপুনি মোক বিয়া কৰাব খুজিছে?"

"তোমাক বিয়া কৰাব খোজাৰ একমাত্ৰ কাৰণ এইটোৱেই যে তুমি মোক আনন্দ দিব পাৰা। তুমি নিশ্চয় জানা যে ঐশ্বৰ্যশালী বুঢ়া মানুহে মনৰ ভাব অন্য ফালে নিবলৈ সুবিধা বৰ কমহে পায়। মোৰ মনত তুমি আচৰিত ধৰণৰ শান্ত ছোৱালী এজনী। কেতিয়াবা তোমাক আকৌ প্ৰতাৰণাৰ প্ৰতীক বুলিও মনে মনে ভাবো। সেইবোৰ যিহকেই নোহোৱা, তোমাক বিয়া কৰাই লৈহে সেই কথা আৱিষ্কাৰ কৰিম। তোমাক বিয়া কৰালে মোৰনো কি লোকচান হ'ব? এজনী মানুহক পোহপাল দিয়াৰ দায়িত্ব বঢ়াৰ পৰা মোৰ দৈনিক খৰচৰ একো হেৰফেৰ নহয়।"

অলপ নম্ৰতাৰ সুৰত মেইনাৰে ক'লে—"আপুনি সঁচাকৈয়ে অতি আচৰিত ধৰণৰ প্ৰস্তাৱ এটা আগবঢ়াইছে। সেই প্ৰস্তাৱত মান্তি হ'বলৈ হ'লে মোৰ জীৱনৰ গতিয়েই সলনি হৈ যাব। আপোনাক কি উত্তৰ দিম মই একো ভাবি পোৱাই নাই।"

"সেই বিষয়ে তুমি বাৰু বিবেচনা কৰি চোৱা। পিচে তুমি এইটো কথা মনত ৰাখিবা যে তুমি বেছি ভাবিবলৈ যোৱা মানে মোক অৱমাননা কৰাহে সূচায়।"

"তেনেহ'লে আপোনাক এটা কথা সুধিব পাৰোনে বাৰু?"

"সোধা তেন্তে।"

"আপুনি মোক কিহৰ কাৰণে বিয়া কৰাবলৈ খুজিছে সেই কথা খুব স্পষ্ট-ভাবেই বুজাই কৈছে। মই বুজিছো যে আপোনাৰ স্বাৰ্থৰ কাৰণেই আপুনি মোক স্ত্ৰী হিচাপে পাবলৈ বিচাৰে। কিন্তু মোলৈ ভাবি নেচাই কেলেই? মোৰ পক্ষৰ পৰা আপোনাক স্বামী হিচাপে ল'বলৈ হলে মোৰ ব্যক্তিগত লাভ কি হ'ব পাৰে বাৰু?"

"ইমান খোলাখুলিভাৱে তুমি যে এই প্ৰশ্ন সুধিব পাৰিছা তাৰ কাৰণে মই তোমাক ধন্যবাদ দিছো। পৃথিৱীৰ আন কোনো মহিলাই বোধকৰো এই প্ৰশ্ন ইমান পোনপটীয়াভাৱে সুধিব নোৱাৰিলেহেঁতেন। মোৰ স্বাৰ্থৰ কথা তুমি কৈছা, নহয় জানো? মোৰ আন স্বাৰ্থ একো নাই। মোৰ যথেষ্ট বয়স হৈছে। মই অগাধ ধন-সম্পত্তিৰ মালিক। এনে অৱস্থাত এজনী সুন্দৰী নাৰী মোৰ পৰিচাৰিকা

হোৱাতো মই নিবিচাৰিম নেকি? তাতকৈ তোমাক মই আৰু কি বুজাই কম?"

"আপুনি কোৱা কথা মই নুবুজা নহয়" মেইনাৰে ক'লে।

"তেনেহ'লে তুমি বুজা উচিত যে অতি সৰল চিত্তেই মই তোমালৈ এই প্ৰস্তাৱ আগবঢ়াইছো।"

মেইনাৰে এইবাৰ অলপ উত্তেজনাৰ বশৱৰ্তী হৈয়েই কৈ পেলালে ঃ— "তেনেহ'লে আপোনাৰ প্ৰস্তাৱত মই সঁচাকৈয়ে সন্মতি দিব লাগিব নেকি? আপুনি আন্তৰিকতাৰে সৈতেই সেই প্ৰস্তাৱ আগবঢ়াইছে নেকি বাৰু?" মেইনাৰ বহাব পৰা উঠিল আৰু চুটকেছটো হোটেলৰ পৰা লৈ আনোঁগৈ বুলি যাবলৈ ওলাল।

পঙ্গু বৃদ্ধৰ অন্তৰত ভালপোৱাৰ চিকিমিকি খেলি গ'ল। তেওঁৰ মনলৈ আহিল এক অসীম কোমলতা। ছাল সোঁতোৰা সোঁতোৰ পৰা খহতা হাত দুখন আগবঢ়াই দি বুঢ়াই মেইনাৰক সাবটি ধৰিলে।

থোকাথুকি মাতেৰে বৃদ্ধই কৈ গ'ল—"মানুহৰ অন্তৰত মানৱীয় গুণ বহুত কমেইহে থাকে। কেতিয়াবা যদি স্নেই গুণৰ ক্ষণিক পৰিমাণেও অধিকাৰী হৈছিলো, দীৰ্ঘ জীৱনসংগ্ৰামত সিও মোৰ পৰা মেলানি মাগিছে বুলি মই বুজি পাইছো। তোমাৰ প্ৰতি কৰা অমানুষিক ব্যৱহাৰৰ বাবে তুমি মোক ক্ষমা কৰিবা বুলিয়েই মোৰ দৃঢ় বিশ্বাস।"

এক লয়লাস ভঙ্গীৰে মেইনাৰ তাৰ পৰা গ'ল আৰু হোটেলৰ পৰা চুটকেছটো উলিয়াই আনি গাড়ীখনৰ ওচৰ পালেহি। হোটেলৰ লগুৱাকেইটাই সযত্নে বৃদ্ধক চকীৰে সৈতে গাড়ীত উঠাই দিলে।

জাহাজ থকা বন্দৰৰ ফালে গাড়ী চলিল। গাড়ীৰ জোকাৰণিত বুঢ়াৰ অন্তৰতো যেন এটা স্পন্দন উঠিল। বুঢ়াৰ সন্মুখতে থকা বাকচ এটাৰ ওপৰতে মেইনাৰক তেওঁ বহুৱাই ল'লে। অলপ দুখ মনেৰেই ৰিচমণ্ডে মেইনাৰক ক'লে—"দুৰাৰোগ্য বেমাৰে ঘৃণীয়া কৰা মই এজন বৃদ্ধ। সেইবাবেই তোমালোকে মোক পুতৌ কৰা উচিত। নহয় জানো?"

আন্তৰিকতাৰে সৈতে মেইনাৰে ক'লে—"সেই কথা নক'ব। সেইটো কেতিয়াও হ'ব নোৱাৰে।"

মেইনাৰৰ উত্তৰত ৰিচমণ্ডৰ মনৰ দুখ যেন বহুত পাতলিল। পঙ্গু অৱস্থাতো

আনৰ পুতৌ যে বিচাৰিবলগীয়া হোৱা নাই সেই কথা আনৰ মুখে শুনি তেওঁৰ বৰ ভাল লাগিল। সেই কাৰণেই গাড়ী গৈ জাহাজৰ ওচৰ নোপোৱালৈকে তেওঁলোকে আন কথা পতাত মন দিলে।

ৰিচমণ্ডৰ প্ৰস্তাৱত মেইনাৰে আৰু আপত্তি নুতুলিলে। হোটেলৰ পৰা উভতি অহাৰ তিনি সপ্তাহৰ পিচত কাৰ্ল ৰিচমণ্ড আৰু মেইনাৰৰ শুভবিবাহ সম্পন্ন হ'ল। জাহাজ ইতিমধ্যে বিশাল জলৰাজি ভেদ কৰি আগবাঢ়ি গৈ আছিল। বাধাহীন উৰ্ম্মিমালাই নৱ-দম্পতীক যেন আদৰণি জনালে।

ৰিচমণ্ডৰ চেক্ৰেটৰী এণ্টন কৰ্ফে বাতৰি কাগজলৈ এই খবৰ প্ৰেৰণ কৰিলে। সমগ্ৰ দেশ-বিদেশৰ বাতৰি কাকতসমূহে ডাঙৰ ডাঙৰ শিৰোনামাৰে এই সংবাদ প্ৰচাৰ কৰিলে ঃ "—বিৰাট ঐশ্বৰ্যশালী কিন্তু পঙ্গু ৭৩ বছৰীয়া কাৰ্ল ৰিচমণ্ডে মেইনাৰ নামৰ ছোৱালী এজনীক বিয়া কৰাইছে।" এৰাতিৰ ভিতৰতে অসীম ধন-দৌলতৰ অধিকাৰিণী হোৱা এই মহিলাগৰাকীক বহুতেই যেন ঈৰ্ষাৰ চকুৰে চালে। কোটিপতিৰ পত্নী হোৱাৰ কাৰণে মান সন্মানো যে তেওঁৰ বহুত বাঢ়িব সেই কথা মেইনাৰেও ভালদৰে উপলব্ধি কৰিলে।

জাহাজৰ কৰ্মীসকলৰ বাহ্যিক জীৱন যাত্ৰাৰ একো সাল-সলনি নোহোৱাকৈয়ে চলি থকা যেনেই দেখা গৈছিল। ভিতৰে ভিতৰে কিন্তু সকলো কৰ্মীয়েই মেইনাৰৰ এই অভাৱনীয় ভাগ্য পৰিৱৰ্তনৰ কথাটো সৰল চিত্তে ল'ব নোৱাৰিলে। বেচেৰীৰ প্ৰতি তাঁহাতৰ হিংসাৰ উদ্ৰেক হ'ল। সেই হিংসাই কিছুমানক দেই পুৰিও মাৰিলে।

এণ্টন কৰ্ফক কিন্তু উৎফুল্ল দেখা গ'ল। তেওঁ লক্ষ্যস্থলত প্ৰায় উপনীত হৈছেহি। ৰিচমণ্ডৰ চেক্ৰেটাৰী হিচাপে গৰাকীৰ প্ৰায় সকলো গোপন কাগজ-পত্ৰই তেওঁৰ হাতত আছিল। সেই সকলো কাগজতেই তেওঁ মেইনাৰ নামৰ পৰিৱৰ্তে মেইনাৰ কৰ্ফ কৰি পেলালে।

এক অসীমক লক্ষ্য কৰি লাকি নামৰ এই জাহাজখন সাগৰ-বক্ষ ভেদ কৰি আগবাঢ়ি গৈ আছে। খাদ্য-দ্ৰব্য, পানী আৰু অতি আৱশ্যকীয় সৰঞ্জামৰ দৰ্কাৰ হ'লে কোনোবা বন্দৰত ক্ষন্তেক ৰোৱাৰ বাহিৰে এই গতিৰ যেন অৱসান নাই।

বৃদ্ধ এইগৰাকী স্বামীৰ জীৱনলৈ যেন আহি পৰিছে এক মাদকতা। নতুন জীৱনৰ গতিয়ে ৰিচমণ্ডৰ মনলৈ আনিছে এক প্ৰফুল্লতা। বেচেৰী ন-কন্যাই

কিন্তু এই বিবাহৰ মধু উপভোগ কৰিবলৈ পোৱা নাই। ঐশ্বৰ্য সম্পত্তিৰ অধিকাৰিণী হৈ পৰীৰ ৰাজ্যৰ ৰাণী যেন ভাব হৈছে যদিও বেচেৰীয়ে জীৱনৰ মধু উপভোগৰ পৰা বঞ্চিতা। তথাপি জীৱনৰ গতিৰ লগত তেওঁ নিজকে খাপ খুৱাই ল'বলৈ অতি মাত্রাই যত্নৱতী হ'ল। স্বামীৰ প্ৰতি কৰিবলগীয়া সকলো মৰম-যত্ন তেওঁ কৰিলে। তেওঁৰ কোমল হাতৰ পৰশ আৰু মৰমী মাতে বৃদ্ধৰ স্বভাৱলৈও আনিলে এক বিৰাট পৰিৱৰ্তন। বুঢ়াৰ খিট্‌খিটিয়া খং আগতকৈ বহুত কমিল। কেতিয়াবা চাকৰ নাকৰলৈ খং উঠিলেও পত্নীক তেওঁ কেতিয়াও কটু কথা নোকোৱাকৈ থাকিবলৈ যথেষ্ট সচেতন হ'ল। পাৰ্যমানে তেওঁ ঘৈণীয়েকক মৰম-চেনেহ দেখুৱালে আৰু অতি মৰমেৰে মাতবোল কৰিবলৈ ধৰিলে। আনন্দ মনেৰে দুয়ো নানাৰকমৰ কথা-বাৰ্তা কৈ সময় কটালে। দবা খেলা সময়তো নানাৰকম চুপতি মৰা কথা কৈ দুয়ো যথেষ্ট ৰং মনেৰে থকা সময়ত দেখিলে বাহিৰৰ পৰা কোনেও ভাবিবলৈ স্থল নাছিল যে এই নৱ বিবাহিতা দম্পতী সুখী নহয়। ৰংতামাচাৰ মাজেৰেই তেওঁলোকৰ জীৱন অতিবাহিত হবলৈ ধৰিলে।

মাধুৰিমাসনা এই সুখী জীৱনলৈ ভৱিষ্যৎ অন্ধকাৰৰ ছাঁ এটা মেইনাৰৰ মনলৈ অহাটো হয়তো একেবাৰে অস্বাভাৱিক নাছিল। মেইনাৰ কিন্তু জাৰ্মানী ছোৱালী। জীৱনৰ পৰিৱৰ্তনে বহুত শিক্ষা তেওঁক দি থৈছে। গতিকেই ভৱিষ্যতৰ কথা ভাবি তেওঁ অনাহকত মন চঞ্চল নকৰিলে। স্বভাৱতে চিন্তাশীল মেইনাৰে সকলো কথা সহজভাৱেই ল'লে। বৃদ্ধ ৰিচমণ্ডৰ পৰিবাৰ হৈও তেওঁ অনাগত জীৱনৰ অজ্ঞাত কথাবোৰলৈ মনোনিবেশ নকৰিলে।

নিউয়ৰ্ক অভিমুখে গৈ থকা লাকি জাহাজ হেমিল্টন বন্দৰত লাগিলহি। নৱ-বিবাহিতা স্ত্ৰীক লগত লৈ চহৰত ফুৰিবলৈ বৃদ্ধ স্বামীৰ মনত অতি আগ্ৰহ হ'ল। কিন্তু ঘুণীয়া শৰীৰেই হ'ল তেওঁৰ এই আনন্দ উপভোগত কণ্টনস্বৰূপ। তথাপি বৃদ্ধই মেইনাৰক ক'লে যে তেওঁৰেই যেন অকলে হ'লেও চহৰত অলপ ৰং-ৰহইচ কৰি আহেগৈ। ৰুগ্ন শৰীৰ হ'লেও কাৰ্ল ৰিচমণ্ডৰ মনটো যেন সতেজ হৈ উঠিল।

বিৰাট ধনী এই মানুহজনৰ পৰিবাৰে হেমিল্টন চহৰত যাতে অভিজাত শ্ৰেণীৰ সমাজত ৰূপ-লাৱণ্য দেখুৱাই চমক খুৱাব পাৰে সেই কথা ৰিচমণ্ডে একাধিক বাৰ ভাবিলে।

মহাযুদ্ধৰ বিভীষিকাই সৰ্বস্বান্ত কৰা এই মহিলাগৰাকীয়ে হেমিল্টন চহৰৰ আমোদ-আহ্লাদ উপভোগ কৰি অৱশ্যে বুজিলে যে তেওঁৰ যৌৱনে তেতিয়াও মেলানি মগা নাই। জীৱনৰ আনন্দ উপভোগৰ যথেষ্ট সময় যে এতিয়াও আছে সেই কথা মেইনাৰে ভালদৰেই বুজিলে। প্ৰকৃতিদত্ত ৰূপ-যৌৱন লৈ ঐশ্বৰ্যশালী ব্যক্তি এজনৰ পৰিবাৰ হোৱা বাবেই হেমিল্টন চহৰৰ অভিজাত শ্ৰেণীয়ে আন্তৰিক অভ্যৰ্থনাৰে তেওঁক আপ্যায়িত কৰিলে।

সংসাৰত এক শ্ৰেণীৰ মানুহ আছে যিয়ে আনৰ সুখ-সম্পদ ভাল নেপায়। বিনা কাৰণতেই এই শ্ৰেণীৰ লোকে আনক হিংসা কৰে। সৌভাগ্যৰ অধিকাৰিণী মেইনাৰে এই ঈৰ্ষাপৰায়ণ এটা দলৰ অন্তৰত হিংসাৰ দাবানল জ্বলালে। এৰাতিৰ ভিতৰতেই বিৰাট ধন-দৌলতৰ গৰাকিনী হোৱা এই মহিলাগৰাকীক বহুতেই সমালোচনা কৰি ইতিকিং কৰিবলৈ চেষ্টা কৰিলে। তাঁহাতৰ সমালোচনাৰ মূল বস্তু আছিল এয়েই যে টকা-পইচাৰ লোভত ৰূপৱতী এই মহিলাগৰাকীয়ে বৃদ্ধ এজনৰ বাহু বন্ধনত সোমাই যৌৱনকো পৰিহাস কৰিছে। বিবেকে খুলি খাই মৰা বেচেৰী মেইনাৰৰ জীৱনৰ ভিতৰুৱা ফালটোলৈ অৱশ্যে কোনেও ভাবি চাব পৰা নাছিল। সমালোচক এই দলটোৰ এটা ফালে আকৌ অৱশেষত গৈ মেইনাৰৰ গুণ-কীৰ্ত্তনো কৰিবলৈ ধৰিলেগৈ। হেমিল্টন চহৰৰ সম্ভ্ৰান্তবংশীয় বহুত লোকেই মেইনাৰৰ সন্মানাৰ্থে বহুত ভোজ মেলৰ যোগাৰ কৰিলে আৰু চহৰৰ অপূৰ্ব সুন্দৰ বহুত যুৱকেই তেওঁৰ লগত পাৰ্টিত এবাৰ নাচিবলৈ আগ্ৰহান্বিত হৈ হেঁতাওপৰা লগালে।

মেইনাৰেও মনৰ আনন্দত সকলোকেই সন্তুষ্ট কৰিলে। প্ৰায়বোৰ ভোজমেলতেই তেওঁ উপস্থিত আছিল আৰু আগ্ৰহান্বিত প্ৰত্যেকজন যুৱকৰ লগতেই এপাক হ'লেও নাচিবলৈ পাহৰা নাছিল। খোলা মনেৰে তেওঁ পইচা খৰচ কৰিলে আৰু আনন্দ উৎসৱৰ মাজত নিজকে ডুবাই দি ভাবিবলৈ ল'লে যে জীৱনত ভোগ-বাসনা আৰু আনন্দ উলাহ অপৰিহাৰ্য অঙ্গ।

কাৰ্ল ৰিচমণ্ডে পিচে হেমিল্টনত বেছি দিন থকা নহয় বুলি আগতেই কৈ থৈছিল। যাৱতীয় বস্তু-বাহানি ল'বৰ কাৰণেহে তাত অলপদিন থাকিবলগীয়া হ'ব পাৰে বুলি কৈছিল। কাৰ্ল ৰিচমণ্ডে মেইনাৰক তেওঁৰ ভৱিষ্যৎ পৰিকল্পনাৰ কথা বুজাই দি ক'লে যে নিউয়ৰ্কত থকা তেওঁৰ ঘৰত যথেষ্ট ভোজমেল আৰু পাৰ্টিৰ আয়োজন কৰা হ'ব আৰু তাৰ পিচত জাৰৰ দিনকেইটা

কালিফোর্ণিয়াত কটাবগৈ। চিৰ আকাঙ্ক্ষিত এই ঠাইবোৰ চাই জীৱন উপভোগ কৰাৰ সপোন ফলৱতী হোৱাৰ আশা দেখি মেইনাৰৰ মন ৰঙতে সাতখন আঠখন হ'ল।

*　　　　*　　　　*

জাহাজ অবিৰাম গতিত গৈ থাকিল। বহুদিনৰ পৰা আগ্ৰহেৰে বাট চাই থকা সেই ধুনীয়া চহৰখন গৈ পোৱাৰ মাত্ৰ কেইদিন মানৰ আগতে আৱশ্যকীয় কথা কিছু পাতিবৰ কাৰণে এণ্টন কৰ্ফ এদিন মেইনাৰৰ কেবিনলৈ আহিল।

তেওঁলোকৰ এই পৰিকল্পনা সুন্দৰভাৱে ফলৱতী হোৱাৰ কাৰণে দুয়ো দুয়োলৈ চাই প্ৰাণ ভৰা সুখৰ হাঁহি মাৰিলে।

এণ্টন কৰ্ফে প্ৰথমে কথা আৰম্ভ কৰি ক'লে ঃ—"তোমাৰ বিয়াৰ পিচত আমাৰ খুব কমেই দেখা দেখি হৈছে। তথাপি তোমাৰ ভৱিষ্যতৰ কাৰণে মই দিনে-নিশাই ভাবিয়েই আছো। অৱশ্যে তাৰ লগতে মোৰ বিষয়েও যে ভবা নাই সেইটো নহয়। বহুত বুজনি আৰু চেষ্টা, আনকি সূক্ষ্ম নানান ইংগিত দিহে আগৰ উইলখন সলনি কৰিবলৈ তোমাৰ স্বামীক মই মান্তি কৰাইছো। আগৰ উইলখনত তেওঁ সকলো সা-সম্পত্তি ৰাজহুৱা কামৰ কাৰণে দান দি থৈছিল। সেইখন সলনি কৰি এতিয়া সকলো সম্পত্তি তোমাৰ নামত মই লিখাই দিলো। এই নতুন উইলখন আইনসংগতভাৱে সাক্ষীৰ সন্মুখত তেওঁৰ নিজৰ হাতৰ আখৰেৰে লিখোৱা হৈছে আৰু নিউয়ৰ্ক বেংকত উইলখন ৰখা হ'ব। দেখিছানে বাৰু তোমাৰ ভৱিষ্যৎ সুখৰ কাৰণে মই কিমান যত্নবান হৈছো?" বিশেষ নাটকীয় ভংগীৰে কথাখিনি কৈ এণ্টন কৰ্ফে মেইনাৰলৈ চালে। দুটা ওঁঠত হাঁহি বিৰিঙাই মেইনাৰে ক'লে—"আপুনি তলে তলে বহুত কামেই কৰি পেলালে। কিন্তু এই কামৰ কাৰণে ইমান খৰ ধৰ কৰাৰ আৱশ্যকতা আছে বুলি মই নেভাবো। মোৰ স্বামীৰ দেখোন সম্প্ৰতি গাটোৰেই ভাল নহয়।"

"বিয়া হৈ গ'ল যেতিয়া তোমাৰ স্বামীৰ গা-মন এনেয়ে লাহে লাহে ভাল হৈ আহিব। কিন্তু সেইবুলি কোনো কামকেই পিচলৈ পেলাই থ'ব নেলাগে। তেনেকুৱা কৰিলে বহুত ক্ষেত্ৰতেই পিচত গৈ অনুশোচনা কৰিবলগীয়া হয়। তেনেকুৱা এটা অৱস্থাৰ যাতে সৃষ্টি নহয় সেই কাৰণেহে মই সাৱধানতা অৱলম্বন কৰিব খুজিছো।"

"উইলখনত মোৰ বিষয়ে কি কি সম্পত্তি ৰখা হৈছে আপুনি ক'বনে বাৰু?"

তোমাৰ কাৰণে বৃদ্ধৰ প্ৰায় সকলো ঐশ্বৰ্য সম্পত্তিকেই দিয়া হৈছে। তুমি মাত্ৰ সেই সম্পদৰাজিৰ পৰা এখন দাতব্য চিকিৎসালয়, বৃদ্ধ লোকৰ পৰিচৰ্যাৰ কাৰণে এখন আশ্ৰম, এটা যাদুঘৰ আৰু দুই-তিনিটা সৰু সুৰা ৰাজহুৱা কামৰ কাৰণে তাৰে কিছু টকা খৰচ কৰিব লাগিব বুলি তেওঁ তাত বেলেগে উল্লেখ কৰি থৈছে।"

"আপোনাৰ বিষয়ে কি উল্লেখ কৰা হৈছে বাৰু?"

"মোক দিবলগীয়া সম্বন্ধে একো সাল সলনি অৱশ্যে কৰা হোৱা নাই। সকলো আগৰ দৰেই ৰাখিছো। তথাপি মই পাবলগীয়া সম্পত্তি সম্পৰ্কে তোমাৰ লগত আনুষঙ্গিক সৰু সুৰা কেইটামান কথাৰ খাটাং ব্যৱস্থা এটা কৰি থ'বলগীয়া হৈছে। আজি শুকুৰবাৰ হ'লেই। আগৰ সোমবাৰে আমি নিউয়ৰ্কত উপস্থিত হ'মগৈয়েই। কালিফোৰ্নিয়ালৈ যোৱাৰ আগতে তুমি নানা ৰকম উৎসৱ, ভোজমেল আদিত ব্যস্ত হৈ থাকিব লাগিব। তেতিয়া তোমাক লগ ধৰি ধীৰে স্থিৰে কথা পতাই মোৰ পক্ষে টানহৈ পৰিব। গতিকে এতিয়া সময় থাকোঁতেই আগতে আমি বন্দৱস্ত কৰি লোৱা মতে দুশ হেজাৰ ডলাৰৰ চেক্‌খন তুমি চহী কৰি মোক দিয়া।"

"কিন্তু চেক্‌খন নিউয়ৰ্কতো দেখোন মই চহী কৰি দিব পাৰো। সেইফেৰা কাম কৰোঁতে কেইচেকেণ্ড সময় লাগিবনো?"

"সেই কথা তুমি নক'বা। তুমি পিচে মন কৰিছানে যে কালিফোৰ্ণিয়ালৈ তুমি উৰাজাহাজেৰেহে যাবা? আজি কালি যেনেকুৱা দিন হৈছে উৰাজাহাজত ফুৰা মানুহৰ জীৱন পিচমুহূৰ্ততে কি হয় কোৱা টান। তেনেকুৱা অভাৱনীয় কিবা এটা হ'লে মোৰ দেখোন সৰ্বস্ব হেৰোৱাৰ নিচিনাই হ'ব। মাত্ৰ কুৰি হেজাৰ ডলাৰহে মোৰ কাৰণে ব'ৰগৈ। গতিকেই অযথা বিপদৰ সন্মুখীন হ'বলৈ মই ইচ্ছা নকৰো।"

"আপুনি যদি ঠিক তেনেকুৱাভাৱেই কথাটো ভাবিছে তেতিয়া হ'লে দিয়ক চেক্‌বহীখন, মই চহী কৰি দিওঁ। সেই টেবুলখনৰ ওপৰতহে বহীখন আছে।"

এণ্টন কৰ্ফে অতি আথে বেথে চেক্‌বহীখন আনি এটা ফাউণ্টেন পেনেৰে

সৈতে সেইখন আগবঢ়াই দিলে। ক্ষন্তেকৰ নিস্তব্ধতাই কেবিনটো আবৰি ধৰিলে। কলমটোৰে লিখা খচ্ খচ্ শব্দৰ বাহিৰে আন একো শুনিবলৈ পোৱা নগল। চহী কৰি উঠি চেক্‌খন এণ্টন কৰ্ফলৈ আগবঢ়াই দি মেইনাৰে ক'লে—"আপুনি কোৱা মতেই সকলো কাম কৰা হ'ল। আপুনি দেখিছো ব্যৱসায়ী বুদ্ধিত বেছ পাকৈত লোক।" এণ্টন কৰ্ফে চেক্‌খন ঘূৰাই পকাই চাই ভালদৰে পৰীক্ষা কৰি ল'লে। ক'ৰবাত কিবা লিখাত ভুল আদি হৈছে নেকি চালে। আখৰ লিখোতে বিৰিঙি উঠা চিয়াহীখিনি শুকাবলৈ তেওঁ চেক্‌খন ফুৱাবলৈ ধৰিলে। তাৰ পিচত হাতত থকা বেগটোত অতি সাৱধানে চেক্‌খন সুমাই লৈ মেইনাৰক ধন্যবাদ জনাই তাৰ পৰা লাহে লাহে ওলাই গ'ল।



## (আঠ)

খ্ৰীষ্টিয়ানসকলৰ কাৰণে দেওবাৰটো অতি পৱিত্ৰ দিন। প্ৰায় সকলো লোকেই সেইদিনাই ভগৱানক প্ৰাৰ্থনা জনাবলৈ গীৰ্জালৈ যায়। ঈশ্বৰ ভক্ত বহুতেই ভগৱানৰ অপূৰ্ব মাহাত্ম্যৰ প্ৰশংসা কৰি ভক্তি গদ্ গদ্ চিত্তে প্ৰাৰ্থনাত নিজকে পাহৰি পেলায়।

সেই পবিত্ৰ দেওবাৰৰেই আজি এই সুপ্ৰভাত। নিজৰ শোৱা কেবিনত চকা লগোৱা চকীখনত বহি কাৰ্ল ৰিচমণ্ড ভাগৱানৰ প্ৰাৰ্থনাত নিমগ্ন। তেওঁৰ এই প্ৰাৰ্থনা কিন্তু পাৰ্থিৱ লোকৰ প্ৰাৰ্থনা নহয়। পঞ্চভূতৰ দেহৰ পৰা তেওঁৰ প্ৰাণবায়ু কেতিয়াবাই উৰি গৈছে। চকীখনত অলৰ অথৰ হৈ বহি সেই অৱস্থাতেই তেওঁ যেন আজি চিৰ আৰাধ্যতমৰ লগত এক হৈ বিলীন হৈ গৈছে।

ৰাতিপুৱা উঠি একেলগে চাহ খাবলৈ বুলি ৰিচমণ্ডৰ কেবিনলৈ সোমাই মেইনাৰেই প্ৰথমে সেই দৃশ্য দেখিলে। ওচৰলৈ গৈয়েই মেইনাৰৰ আৰু বুজিবলৈ বাকী নেথাকিল যে তেওঁৰ স্বামীৰ প্ৰাণবায়ু কেতিয়াবাই উৰি গৈছে। ৰিচমণ্ডৰ চকুৰ স্পন্দন মেইনাৰে দেখিবলৈ নেপালে। চকুকেইটা থৰ হৈ তেওঁলৈকে যেন চাই আছে।

এক সন্ত্ৰাসত মেইনাৰৰ মন প্ৰাণ সচকিত হৈ উঠিল। বজ্ৰপৰা মানুহৰ দৰে দুৱাৰৰ ওচৰতে তেওঁ কিছু সময় থিয়দি থাকিল। তাৰ পিচত ওচৰলৈ গৈ ৰিচ্মণ্ড, ৰিচমণ্ড বুলি দুবাৰো অলপ টান টানকৈ মাতিলে। কিন্তু কোনো সঁহাৰি নাই। তেওঁৰ মাতটোৱে বেৰৰ চাৰিওফালে খুন্দা খাই প্ৰতিধ্বনিত হৈ তেওঁৰেই কাণত সোমালহি। এক বিৰাট আতংকত মেইনাৰৰ সৰ্বশৰীৰ কঁপি উঠিল। কিংকৰ্তব্য বিমূঢ় হৈ কিছু সময় তেওঁ তাতেই থিয় দি থাকিল। তাৰ পিচত লাহে লাহে গৈ দুৱাৰখন খুলি দি মৃত স্বামীৰ ওচৰতে থকা বিছনাখনত বহিলগৈ।

বহা ঠাইৰ পৰা হাত দুখন মেলি ৰিচ্মণ্ডক স্পৰ্শ কৰিবলৈ তেওঁ চেষ্টা

কৰিলে, কিন্তু চুবলৈ সাহস নহ'ল। তেওঁৰ মনলৈ লানি নিচিগা অজস্ৰ ভাব আহিবলৈ ধৰিলে। সীমাবিহীন ভাবৰাশিৰ মাজত তেওঁ যেন নিজকে পাহৰি গ'ল। তেওঁ ক'ত আছে আৰু কি দেখিছে সেই কথাকেই যেন ক'ব নোৱাৰা হৈ গ'ল। ৰিচমণ্ডৰ মৃত্যু হৈছে। তেওঁৰ স্বামীৰ মৃতদেহ চকীখনৰ ওপৰত লৰচৰ নকৰাকৈ বহা অৱস্থাতেই আছে। কিন্তু কেনেকৈ ৰিচমণ্ডৰ মৃত্যু হ'ল বাৰু? তেওঁ মৰিবলৈ বা সময়েই কিমান হ'ল? ......ইমান আকস্মিকভাৱে মৃত্যুৱে তেওঁক আহ্বান কৰিলে যে মেইনাৰক অন্ততঃ এবাৰো মাতিবলৈ তেওঁ সময় নেপালে!......

চকীখনৰ ওচৰলৈ হাত মেলি ঢুকি পোৱাতেই কলিং বেলটো আছিল। কিন্তু বেলটোও তেওঁ টিপিবলৈ নোৱাৰিলে বা সময়কেই নেপালে। তাৰ পৰা প্ৰমাণ হৈছে যে মুহূৰ্তৰ ভিতৰতেই ৰিচমণ্ডৰ মৃত্যু হ'ল। বিছনাখনৰ ওচৰত থকা টেবুলৰ ওপৰত তেওঁ গিলাচ এটা দেখিলে। ক'ব নোৱাৰাকৈয়ে তেওঁ গিলাচটো হাতত তুলি লৈ এবাৰ শুঙি চালে। কিন্তু তাত একোৱেই গোন্ধ নেপালে। গিলাচটোৰ তলিত সামান্য পানী আছিল। পানীখিনি পৰিষ্কাৰ আৰু বিশুদ্ধ যেনেই লাগিল। ওচৰতে থকা পানীৰ জগটোত প্ৰায় আধাখিনি পানী আছিল। তাতো যে কিবা বস্তু মিহলি আছিল তেনেকুৱা যেন বোধ নহ'ল। বেচেৰী অতি বিমোৰত পৰিল। কি কৰিব তেওঁ ভাবি নোপোৱা হ'ল। আগদিনা গধূলি ৰিচ্‌মণ্ডৰ লগত তেওঁ বহুত দেৰিলৈকে কথাপাতি আছিল। আমেৰিকাত গৈ কি কৰিব, ক'লৈ যাব ইত্যাদি কথাৰ নানাৰকম পৰিকল্পনা দুয়ো কৰিছিল। ৰাতি প্ৰায় দহ বজালৈকে দুয়ো এনেকৈ ভৱিষ্যৎ জীৱন সম্পৰ্কে নানাতৰহৰ কথা পাতিছিল। তাৰ পিচত আন দিনাৰ নিচিনাকৈয়ে চাকৰটোৱে চাহ-বিস্কুট আনি দিছিল।

ৰিচমণ্ডে শোৱাৰ আগতে সদায় চাহ একাপ আৰু দুখন বিস্কুট খোৱা অভ্যাস আছিল। সেইদিনাও আগৰ দৰেই চাহকাপ তেওঁ প্ৰফুল্ল মনেৰে খাইছিল। বিয়াৰ সময়ত মেইনাৰে ৰিচ্‌মণ্ডক দামী অতি ধুনীয়া ছবি থকা কাপ এটা উপহাৰ দিছিল। দিবৰ দিনাৰ পৰাই ৰিচমণ্ডে সদায় সেই কাপটোতেই চাহ খাইছিল। যোৱা নিশাও তেওঁ সেই একেটা কাপতেই চাহ খাই বিছনাত পৰিছিল।

আজি ৰাতিপুৱা কিন্তু ৰিচ্‌মণ্ড আৰু ইহ সংসাৰত নাই। মেইনাৰে অলপ সুস্থিৰ হ'বলৈ যত্ন কৰিলে। তেওঁ যেন এতিয়া তেনেকৈ বহি থাকিলে নহ'ব।

কিবা এটা এতিয়া কৰিব লাগিব। নিঃশব্দে তেওঁ কোঠালিটোৰ পৰা বাহিৰ হ'ল। দুৱাৰখন জপাই তলাটো বন্ধ কৰি দিলে। তাৰ পিচত লাহে লাহে তেওঁ এণ্টন কৰ্ফৰ কেবিনলৈ গ'ল। বাহিৰৰ পৰা এণ্টন কৰ্ফৰ কেবিনৰ দুৱাৰত তেওঁ কেবাবাৰো টুকুৰিয়ালে। এণ্টন কৰ্ফ তেতিয়াও গভীৰ টোপনিত। মেইনাৰ অধৈৰ্য হ'ল। অৱশেষত এণ্টন কৰ্ফে সাৰ পালে আৰু "সোমাই আহা" বুলি মাত দিলে।

এণ্টন কৰ্ফৰ শোৱা কোঠালিলৈ মেইনাৰ সোমাই গ'ল। তেওঁৰ সেই ৰূপ দেখি আৰু ৰাতি পুৱাই শোৱা কোঠালিলৈ বিচাৰি অহাৰ কাৰণ বিচাৰি এণ্টন কৰ্ফ আচৰিত হোৱা যেন দেখা গ'ল। বিছনাতেই বাগৰ সলাই কিলাকুটি এটাৰ ওপৰত গাটো ভেজা দি তেওঁ বিছনাৰ ওচৰতে থকা টেবুল লাইটটো জ্বলাই দিয়াত গোটেই কেবিনটো ভালদৰে পোহৰ হৈ উঠিল।

প্ৰায় পাগলৰ দৰেই মেইনাৰে কৈ উঠিল "তেওঁ আৰু ইহ জগতত নাই।"

"কোন ইহ জগতত নাই বুলি কৈছা?"

"মোৰ স্বামী কাৰ্ল ৰিচমণ্ড।"

ক্ষন্তেকৰ কাৰণে কেবিনটোত নিস্তব্ধতাই বিৰাজ কৰিলে। তাৰ পিচত হঠাতে এ[illegible] কৰ্ফ শোৱাৰ পৰা উঠি বহিল আৰু ব্যস্তভাৱে সুধিলে, "তুমি কি কৈছা মই বুজিবই পৰা নাই।"

"বুজিবলৈ আৰু একো কথা নাই। আনদিনাৰ দৰেই আজিও ৰাতিপুৱাই মই একেলগে চাহ খাবৰ কাৰণে ৰিচমণ্ডৰ কেবিনলৈ গৈ দেখো যে তেওঁৰ মৃতদেহটো চকীত পৰি আছে। উস্! সেই দৃশ্য কি শোকাৱহ! কালি গধূলি আমি দুয়ো একেলগে কতনো কথা পাতিছিলো! কিন্তু আজি ৰাতিপুৱাই কি বিৰাট ঘটনা!"

"তুমি ধৈৰ্য ধৰা। এতিয়া বিচলিত হোৱা সময় নহয়। আৰু আন কাৰোবাক এই কথা কৈছা নেকি?"

"কাকো কোৱা নাই। প্ৰথমেই আপোনাৰ ওচৰলৈকে আহিছো।"

এণ্টন কৰ্ফ থিয় হ'ল আৰু চিল্কৰ গ্ৰাউনটো পিন্ধি ল'লে। তাৰ পিচত তেওঁ ক'লে—"এবাৰ তেওঁক চাই আহোঁগৈ ব'লা। তুমি গৈ থাকা, মই তোমাৰ পিচে পিচে গৈছো।"

অগা-পিচাকৈ দুয়ো গৈ থাকিল। ৰিচমণ্ডৰ কেবিনৰ ওচৰ পাই এণ্টন কৰ্ফে মেইনাৰৰ পৰা ছাবিটো আনি নিজেই দুৱাৰখন খুলিলে। মেইনাৰক প্ৰায় থেলিয়েই কেবিনৰ ভিতৰলৈ সুমুৱাই দি তেৱোঁ সোমাল আৰু নিঃশব্দে দুৱাৰখন বন্ধ কৰি ভিতৰৰ ফালৰ পৰা খিলি লগাই দিলে।

চকীখনৰ ওচৰলৈ আহি মেইনাৰে ৰিচমণ্ডলৈ চাব নোৱাৰিলে। দুয়োখন হাতেৰে নিজৰ মুখখন ঢাকি ধৰি তেওঁ থিয় দি থাকিল। এণ্টন কৰ্ফে ৰিচমণ্ডৰ হাত এখনত ধৰি নাৰীৰ স্পন্দন পৰীক্ষা কৰি চালে। কিন্তু ৰিচমণ্ডৰ শৰীৰ শিল যেন চেঁচা হৈ আছে। তাত প্ৰাণৰ স্পন্দন নাই।

এণ্টন কৰ্ফে নিজে নিজেই কৈ গ'ল—"এইটো সঁচাকৈ বৰ ভাবিবলগীয়া কথা হৈ পৰিছে।"

"কি ভাবিবলগীয়া কথা?"

"তেওঁ যে মুহূৰ্তৰ ভিতৰতেই এনেকৈ মৰি থাকিল, সেইটোৱেই অতি ভাবিবলগীয়া কথা হৈ পৰিছে। কিন্তু তেওঁৰ মৃত্যুৰ কাৰণ তুমি কি বুলি ভাবা বাৰু?"

"মই কেনেকৈ জানিম?"

"তেওঁৰ মৃত্যু হোৱা বেছি সময় হোৱা নাই। যিমান দূৰ সম্ভৱ ঠিক দোক-মোকালিতেই তেওঁ শেষ নিঃশ্বাস পেলাইছে। ......তুমি কান্দিছা নেকি? নেকান্দিবা, এতিয়া কান্দি অধৈৰ্য হোৱাৰ সময় নহয়। আমাৰ কাৰ্যপন্থা আমি এতিয়াই ঠিক কৰি পেলাব লাগিব। নহ'লে আমি মহাবিপদৰ সন্মুখীন হ'ব লাগিব।"

"কিহৰ কাৰণে আমি বিপদৰ সন্মুখীন হ'মনো?" এণ্টন কৰ্ফৰ কথা বুজিব নোৱাৰি মেইনাৰে সুধিলে।

তেওঁৰ কথা যেন শুনা নাই এণ্টন কৰ্ফে ঠিক তেনেকুৱা যেন দেখুৱালে। তাৰ পিচত মেইনাৰৰ সন্মুখত থিয় হৈ ক'বলৈ ধৰিলে—"তুমি পাগল হৈছা নেকি? কি বিপদৰ সন্মুখীন হৈছো সেই কথাটোকে তুমি বুজি পোৱা নাইনে? তেওঁৰ মৃত্যু হ'লেই। কোনেও তেওঁক এতিয়া পুনৰ জীৱন দিব নোৱাৰে। তেওঁৰ কাৰণে আমি এতিয়া একো কৰিবলগীয়া নাই। কিন্তু আমি যদি মগজু ঠিক কৰি ৰাখি সাৱধানে চলো তেনেহ'লে এই মৃত্যুৰ কথা গোপনে ৰাখিব পাৰিলে আমাৰ বহুত লাভ হ'ব। তেওঁৰ এই আকস্মিক মৃত্যুৰ কাৰণে আমি

হয়তো কেইবা লক্ষ ডলাৰো হেৰুৱাবলগীয়া হ'ব পাৰে। সেই সম্পদ বিনাকষ্টে এৰি দিবলৈ মোৰ মন নাই। এতিয়া মোৰ কথামতে তুমি চলিব লাগিব। শুনাচোন বাৰু, মৃত্যুৰ খবৰ আনে পোৱাৰ আগতে আমাৰ যথেষ্ট সময়ৰ দৰ্কাৰ হৈছে। তুমি অধৈৰ্য নহ'বা। সুস্থ সবল হোৱা। আনদিনাৰ দৰেই চাকৰটোক মাতি ৰাতিপুৱাৰ চাহ জলপান আনিবলৈ দিয়া। পিচে চাবা যাতে চাকৰটো আহি কেবিনৰ ভিতৰত নোসোমাই। চাকৰ-নাকৰ কোনেও যাতে অকণো সন্দেহ নকৰে সেই বিষয়ে অতি সাৱধান হ'বা। চাহ খোৱা পৰ্ব শেষ হ'লেই যিমান পাৰা সোনকালে আহি মোক কেবিনত লগ ধৰিবাহি। কিন্তু চাবা যাতে আনে যেন ভাবিব নোৱাৰে যে আমি কিবা ষড়যন্ত্ৰ এটাত লিপ্ত হৈছো।"

"মোক অকলে এই কেবিনত এৰি থৈ আপুনি নেযাব। মই ইয়াত অকলশৰে থাকিব নোৱাৰো।"

"তুমি অধৈৰ্য হৈছা কেলেই? মনটো স্থিৰ কৰা। এই বিপদৰ সময়ত ধৈৰ্য হেৰুৱালে নহ'ব। আনে যাতে ৰিচমণ্ডৰ মৃত্যুৰ কথা গম নেপায় সেই বিষয়ে সাৱধান হ'ব লাগিব। আনদিনাৰ দৰেই আজিও যেন তুমি ৰিচমণ্ডৰ লগত একে টেবুলতে ৰাতিপুৱাৰ চাহ খাইছা তেনেকুৱা দেখুৱাব লাগিব। তেনেকুৱা কৰিলে কোনেও সম্প্ৰতি কথাটো গম নেপাব। হাঁহি মাতি ৰং মনেৰে দৈনন্দিন কাম কৰি যোৱা। তেতিয়া দেখিবা সকলো ঠিকেই চলিছে। চাবা যাতে উত্তেজনাই আনৰ মনলৈ সন্দেহৰ ভাব আনিব নোৱাৰে।"

এইদৰে উপদেশ দি এণ্টন কৰ্ফে দুৱাৰখন আধামেলা কৰি লাহেকৈ বাহিৰ ওলাল আৰু বাৰাণ্ডাত কোনোবা আছে নেকি চালে। তাতে কাকো নেদেখি নিঃশব্দে তাৰ পৰা ওলাই গ'ল।

মেইনাৰে দুৱাৰখন বন্ধ কৰি দিলে। হৈ যোৱা কথাবোৰ তেওঁ এটা এটাকৈ ভাবিবলৈ ধৰিলে। এৰা, এণ্টন কৰ্ফে ঠিকেই কৈছে। তেওঁ ধৈৰ্য ধৰিব লাগিব। এণ্টন কৰ্ফে পিচে গোটেই পৰিস্থিতিটো কেনেকৈ চম্ভালিব সেই কথা তেওঁ একো ভাবিবই পৰা নাই। অৱশ্যে কেইটামান উপদেশ দি গৈছে যেতিয়াই নিশ্চয় এই বিষয়ে কিবা এটা তেওঁ স্থিৰ কৰিছে। গতিকে এণ্টন কৰ্ফৰ দিহা ভৰসামতেই সকলো কাম কৰা উচিত হ'ব। তেওঁলোকৰ জাহাজৰ ভিতৰতে কথা ক'বলৈ টেলিফোনৰ ব্যৱস্থা আছিলেই। লাহেকৈ তেওঁ টেলিফোনটো উঠাই লৈ ৰাতিপুৱাৰ চাহ আনিবলৈ চাকৰক আদেশ দিলে।

## উপেক্ষিত যৌৱন মোৰ

কোঠালিটোৰ নীৰৱতাই যেন গোটেই পৰিস্থিতিটোকেই ভয়াবহ কৰি তুলিছে। বাহিৰৰ উজ্জ্বল পোহৰ আহি কোঠালিটো তেতিয়াও ভালদৰে জিলিকাই উঠাব পৰা নাছিল। বিছনাৰ ওচৰতে সৰু লাইটটো তেতিয়াও জ্বলিয়েই আছিল। সেই লাইটটো তেওঁ নুমাই দি গাধোৱা ঘৰৰ লাইটটো জ্বলাই দিলে। তেওঁ স্থিৰ কৰিলে যে কিবা এটা উপায়ে চাহ লৈ অহা চাকৰটোক এনেকুৱাভাৱে বুজাব লাগিব যে ৰিচমণ্ডে তেতিয়া গা ধোৱা ঘৰত সোমাই হাত মুখহে ধুই আছে। ইয়াকেই ভাবি তেওঁ ওচৰতে খালী হৈ পৰি থকা চকা লগোৱা চকীখন গাধোৱা ঘৰৰ ভিতৰলৈ থেলি সুমাই দিলে। কলৰ পানী খুলি দিলে যাতে তাৰ পৰা শব্দ এটা হৈ থাকে। কলৰ পৰা পৰি থকা পানীৰ শব্দ শুনি তেওঁ তাতে অলপ সময় নীৰৱে থিয় দি থাকিল।

ইতিমধ্যে চাকৰটো অহাৰ শব্দ শুনা গ'ল। সেয়া সি নিশ্চয় চাহ লৈ আহিছে। অলপ পিচতেই চাকৰটোৱে দুৱাৰত শব্দ কৰি সি অহাব জাননী দিলে।

ৰিচমণ্ডক উদ্দেশ্য কৰি কোৱাৰ নিচিনাকৈ মেইনাৰে টান টানকৈ কথা ক'বলৈ আৰম্ভ কৰিলে। তেওঁ এনেকুৱা এটা বুজাবলৈ চেষ্টা কৰিছে যাতে গাধোৱা ঘৰত কলৰ পানী পৰি থকা শব্দৰ কাৰণে ৰিচমণ্ডে শুনিব পৰাকৈহে তেনেকুৱাভাৱে চিঞৰি চিঞৰি কথা ক'বলগীয়া হৈছে।—তেওঁ কৈ গ'ল—

"নহয় কাৰ্ল, মই নীলা ৰংটোহে ভাল পাওঁ। মই ভাবো যে নীলাৰঙৰ কাপোৰেহে মোক বেছিকৈ শুৱাই! তোমাক দেখোন এই কথা মই কেবাদিনো কৈছো!".................

এনেকৈ কোৱাৰ পিচত তেওঁ দুৱাৰখন খুলি সন্মুখতেই থিয় হ'ল যাতে বাহিৰৰ পৰা চাকৰটোৱে বিছনাখন দেখা নেপায়। হাঁহি মুখেৰেই চাহ জলপান অনা চকা লগোৱা টেবুলখন তেওঁ চাকৰটোৰ হাতৰ পৰা টানি লৈ আহিল আৰু লগে লগে ৰিচমণ্ডক উদ্দেশ্য কৰি কোৱাৰ ভাও ধৰি কৈ গ'ল—"চাহ আহিলেই কাৰ্ল, তুমি সোনকালে দাড়ি খুৰাই আহা। মই বাৰু চাহৰ টেবুলৰ ওচৰতে আছো।"

হাতেৰে ইংগিত দি তেওঁ চাকৰটোক যাবলৈ নিৰ্দেশ দিলে। তাৰ গতিবিধিৰ পৰা এনেকুৱা লাগিল যে সি যেন তাৰ আকৌ কিবা দৰ্কাৰ হ'ব পাৰে সেই

কথা ভাবি তাৰ পৰা যাব খোজা নাই। তাতেই থিয় হৈ থাকি সি মেইনাৰক সুধিলে—"মেমচাহেব, পৰ্দাকেইখন ডাঙি দিম নেকি?"

"নেলাগে, তুমি সেই বিষয়ে এতিয়া ভাবিব নেলাগে। তোমাক যাবলৈ দিছো নহয়। অ, আমি এতিয়া কোন ঠাই পাইছোহে? নিউয়ৰ্ক দেখা গৈছেনে বাৰু?"

ইয়াৰ পৰা উপকূলটো সুন্দৰকৈ দেখা পোৱা গৈছে।" চাকৰটোৱে উত্তৰ দিলে। তাৰ পিচত আকৌ সুধিলে "মেমচাহেব, মই ভিতৰলৈ গৈ চাহাবক কিবা সহায় কৰি দিম নেকি?"

"নেলাগে, কিবা দৰ্কাৰ হ'লে বাৰু তোমাক আকৌ মাতিম। তুমি এতিয়া যোৱাগৈ।"

কোৱাৰ লগে লগেই তেওঁ দুৱাৰখন বন্ধ কৰি দিলে। বন্ধ দুৱাৰখনত আঁউজি নিজেই অলপ প্ৰকৃতিস্থ হ'বলৈ যত্ন কৰিলে। তেওঁ যেন যথেষ্ট দুৰ্বল হৈ পৰিছে। তাতেই অলপ সময় থিয় দি থাকি গাধোৱা ঘৰলৈ গৈ পানীৰ কলটো বন্ধ কৰি দিলে। কেবিনটোৰ পৰা ওলাই তেওঁ দুৱাৰখনত তলা লগাই ছাবিটো হাতত ল'লে আৰু এণ্টন কৰ্ফৰ কোঠালিলৈ গ'ল।

এণ্টন কৰ্ফে ইতিমধ্যে মুখ হাত ধুই দাড়ি খুৰাই চিকুণ হৈ তেওঁৰ কাৰণে অপেক্ষা কৰি আছিল।

মেইনাৰ সোমাই অহাৰ লগে লগেই পঢ়ি থকা আলোচনীখনৰ পৰা মূৰ ডাঙি এণ্টন কৰ্ফে ক'লে, "অলপ হাঁহি মুৱা হৈ নথকা কেলেই? হঠাতে কোনোবা ইয়ালৈ সোমাই আহিব পাৰে। আন মানুহে আহি দেখিলে আমি বুজাব লাগিব যে আমি যেন সাধাৰণভাৱে কিবা ঘৰুৱা কথাহে পাতি আছো।"

মেইনাৰে সেই কথাত বেছি গুৰুত্ব দিবলৈ চেষ্টা নকৰি অলপ উত্তেজিত হোৱাৰ নিচিনাকৈয়েই সুধিলে ঃ—

"আমি এতিয়া কি কৰিম? মইতো একো ভাবিয়েই পোৱা নাই।"

"ভাবিবলৈ আৰু কিটো আছে? মই সকলো ঠিক কৰি পেলাইছো। আমি এতিয়া এনেকুৱাভাৱে অগ্ৰসৰ হ'ব লাগিব যেন কাৰ্ল ৰিচমণ্ড জীয়াই আছে। বৰ্তমানে সেইটোৱেই একমাত্ৰ উপায়।"

এই কথাৰ কি উত্তৰ দিব বেচেৰী মেইনাৰে একো ভাবি নেপালে। শূন্য দৃষ্টিৰে এণ্টন কৰ্ফলৈ চাই থাকিল মাত্ৰ।

এণ্টন কৰ্ফে কৈ গ'ল—"শুনাচোন, তুমি ভয় নেখাবা। সকলোৰেই কাৰ্ল ৰিচমণ্ডৰ আচৰিত ধৰণৰ ব্যৱহাৰ পাতিৰ কথা জানে। তুমিওতো জানা যে কেতিয়াবা কেতিয়াবা তেওঁ কাকো দেখা নকৰে আৰু কাৰো লগতেই কথা নপতাকৈ কেইবাদিনো থাকে। গতিকেই আমি ৰাতি যেতিয়া উপকূলত নামিম গৈ, তাত এনেকুৱাকৈ মানুহক বুজাই দিম যে কাৰ্ল ৰিচমণ্ডৰ গা ভাল নহয়। তেওঁ বৰ ক্লান্ত হৈ পৰিছে আৰু সেই কাৰণে কাকো দেখা নকৰে। তেনেকুৱাকৈ মানুহক দেখা নকৰা স্বভাৱ তেওঁৰ দেখোন আগৰ পৰা আছেই। গতিকে সেই বিষয়ে একো ভাবিবলগীয়া নাই। কালিৰ ভিতৰতে মই তেওঁৰ নতুন উইলখন ঠিক কৰি পেলাম। উইলখনৰ কাম শেষ হৈ যোৱাৰ পিচত ৰাতি হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ ৰিচমণ্ডৰ মৃত্যু হ'ল বুলি আমি আনক জানিবলৈ দিম। কেইবাজনো ডাক্তৰৰ লগত মোৰ ভাল চিনাকি আছে। তাৰে এজনৰ পৰা উক্ত কাৰণত মৃত্যু হোৱা বুলি চাৰ্টিফিকেট এখন সংগ্ৰহ কৰিবলৈ মোৰ বিশেষ অসুবিধা নহ'ব। তাৰ বাবে যে যথেষ্ট টকা ফিজ্ হিচাপে দিব লাগিব সেইটো ঠিক। উইলখন সম্পূৰ্ণ হ'লেই দেখিবা যে তুমি আমাৰ দেশৰ ভিতৰতেই অন্যতম ঐশ্বৰ্যশালী বিধৱাৰূপে পৰিগণিত হ'বা। লগতে মোৰ বাকী থকা দিনকেইটাৰ কাৰণেও যথেষ্টখিনি পাম।"

বজ্ৰ পৰা মানুহৰ নিচিনাকৈ মুখখন মেলি মেইনাৰ তাতেই থিয় হৈ থাকিল। একো শব্দই তেওঁৰ মুখৰ পৰা বাহিৰ নহ'ল। তাৰ পিচত কঁপা কঁপা মাতেৰে সুধিলে, "কিন্তু মৰাশটো ইয়াতে এৰি আমিনো কেনেকৈ চহৰলৈ নামি যাম। মৰাশটো ইয়াতে থাকিলে আমি ধৰা নপৰিম জানো?"

"তুমি বৰ আঁকৰী ছোৱালীহে। বিপদৰ সময়ত মানুহৰ উপস্থিত বুদ্ধি থকা দৰ্কাৰ। তোমাৰ স্বামীক আমি লগতেই লৈ যাম। আবকাৰী বিভাগ বা আন বিষয়াও তোমাৰ স্বামীক খানা তালাচ কৰিবলৈ নাহে। তেওঁলোকৰ সকলোকেই মই ব্যক্তিগতভাৱে চিনি পাওঁ। তদুপৰি কাৰ্ল ৰিচমণ্ডক চিনি নেপাইয়েবা কোনে? সকলোৱে জানে যে তেওঁ চকা লগোৱা চকীখনতেই দিন কটায়। সেই চকীত বহা অৱস্থাতেই তেওঁক আমি চকীৰে সৈতে লৈ যাম। তেওঁৰ চকুত এজোৰ গাগলছ পিন্ধাই দিম, আৰু চকু ঢাক খোৱাকৈ টুপীটো টানি দিম। সুবিধাজনক

গাড়ী এখন খবৰ কৰি অনাম। চকীৰ সৈতে যাতে গাড়ীৰ ওপৰত তেওঁক উঠাব পৰা যায় তেনেকুৱা ব্যৱস্থা কৰিব লাগিব। ঘৰ পোৱাৰ লগে লগেই চহৰত থকা তেওঁৰ ঘৰত অকলশৰীয়াকৈ তেওঁক ৰাখিব লাগিব। কোনেও যাতে তেওঁক দেখা কৰিবলৈ আহিব নোৱাৰে তাৰ ব্যৱস্থা কৰিব লাগিব। অতি দৰ্কাৰত কোনোবা আহিলেও তুমি তেওঁক বুজাই মেলি ঘূৰাই পঠিয়াব লাগিব।"

মেইনাৰে ক'লে—"আপুনি কিন্তু মোৰ লগত থাকিব লাগিব। মই অকলে ইমানবোৰ দায়িত্ব ল'ব নোৱাৰো।"

"মইনো আকৌ কেলেই থাকিব লাগে? তোমাক উৎসাহিত কৰিবলৈ নেকি? ডাক্তৰ আৰু উকীলৰ লগত দিহা পৰামৰ্শ কৰিবলৈ দেখোন মোক যথেষ্ট সময়ৰ আৱশ্যক হ'ব। অ', এতিয়াও পিচে আমাৰ কৰিবলগীয়া বৰ জৰুৰী কাম এটাই বাকী আছে। তেওঁক বিছনাৰ পৰা উঠাই ভালদৰে কাপোৰ কানি পিন্ধাই চকীখনত সুন্দৰকৈ বহুৱাই দিব লাগিব। এই কামত পিচে তুমি মোক সহায় কৰিব লাগিব। এই কামত লাগিবলৈ তুমি হয়তো ভাল নেপাবা। তাৰ বাহিৰে কিন্তু আন উপায় নাই। তুমি এতিয়া কেবিনলৈ যোৱাগৈ। মই কেইডালমান ৰছী বিচাৰি আনোগৈ। তাৰ পিচত মই তাতেই তোমাক লগ ধৰিমগৈ।"

"ৰছীনো কেলেই?"

"কেলেই? ৰছী নলগালে নহ'ব নহয়! চকীখন টানি লৈ যাওঁতে তেওঁৰ মৰাশটো কেনেবাকৈ বাগৰি পৰিলে সকলো পৰিকল্পনাই মাটি হৈ নেযাব জানো?"

মেইনাৰে একো নেমাতিলে। লাহে লাহে তেওঁ নিজৰ কেবিনলৈ ঘূৰি গ'ল।

ৰছী যোগাৰ কৰিবলৈ এণ্টন কৰ্ফ তেওঁৰ কোঠালিলৈ আহিল। তাৰ পিচত আৰম্ভ হ'ল এণ্টন কৰ্ফৰ পৰিকল্পনামতে কাৰ্যাব্যৱস্থা। সেই সময়খিনি মেইনাৰৰ কাৰণে হৈ পৰিল অতি সংকটজনক। তেওঁ যেন সপোনহে দেখিছে। এক বিৰাট বিভীষিকাই যেন তেওঁক আগুৰি ধৰিছে। এণ্টন কৰ্ফৰ কাৰ্যাৱলীৰ তেওঁ নীৰৱ দৰ্শক হৈ থাকিল।

এণ্টন কৰ্ফে ৰিচমণ্ডৰ মৰাশটো অতি সাৱধানে উঠাই কাপোৰ কানি পিন্ধাই দিলে। শটো চকীখনত বহুৱাই ৰছীৰে খুব ভালদৰে চকীৰ কাঠত বান্ধি দিলে যাতে শটো লৰচৰ নহয়। শটোত এটা ডাঙৰ কোট পিন্ধাই দি ৰছীবোৰ ঢাক খুৱাই দিলে যাতে সেইবোৰ কাৰো চকুত নপৰে। ডিঙিটো চুকত আঁউজাই দি ফিটা এডালেৰে সুন্দৰকৈ বান্ধি দিলে। চিঙ্কৰ গলবান এখন ডিঙিত মেৰিয়াই দি ফিটাডাল নেদেখা কৰি দিলে। ঠিকমতে বন্ধা হোৱাৰ পিচত কাপোৰেৰে ৰছী, ফিটা আদি ঢাক খাইছেনে নাই পৰীক্ষা কৰি সকলো ঠিক হোৱাৰ পিচত লাহেকৈ চকুত গাগলছযোৰ পিন্ধাই দিলে। তাৰ পিচত টুপীটো মূৰত পিন্ধাই দি চকু দুটা ঢাক খোৱাকৈ অলপ আগলৈ টানি দিলে। এইদৰে সকলো ঠিক ঠাক কৰি দিয়াৰ পিচত প্ৰকৃততেই দেখা গ'ল সেইটো যে মানুহৰ মৰাশ হ'ব পাৰে সেই কথা কোনেও ভাবিবই নোৱাৰিব।

এণ্টন কৰ্ফে কৈ গ'ল—"এতিয়া আৰু অধিক দায়িত্ব তোমাৰ মূৰলৈ আহিল। শটো উপকূললৈ অনাৰ লগে লগেই আন মানুহ যাতে ওচৰ চাপিব নোৱাৰে সেই কথা পাহৰি নেযাবা। সেই সুবিধা তুমি কাকোৱেই নিদিবা। ঘৰ পোৱাৰ লগে লগেই কোঠালিত সোমাই দুৱাৰ বন্ধ কৰি দিবা আৰু কাকোৱেই দেখা নকৰিবা। তোমাৰ লগতেই ৰিচমণ্ডৰ কাৰণেও ৰাতিৰ খোৱা আহাৰ যাতে পঠিয়ায় সেই কথা মনত ৰাখিবা। দৰকাৰ হ'লে তেওঁৰ আহাৰ পঠিয়াব লাগে বুলি মনত পেলায়ো দিবা। সেই আহাৰ যাতে টেবুলতে পৰি নেথাকে সেই কথাও মন কৰিবা। গতিকে দুয়োজনৰ আহাৰখিনি তুমিয়েই খাই শেষ কৰি থ'ব লাগিব। খালী থাল দুখনহে যাতে চাকৰকেইটাই নিয়ে সেই কথা মনত ৰাখিবা।......

তদুপৰি টান টানকৈ তুমি কোঠালিৰ ভিতৰতে কথা কৈ থাকিবা। তেতিয়াহে বাহিৰত ঘূৰি ফুৰা চাকৰ-নাকৰে বুজিব যে তুমি ৰিচমণ্ডৰ লগত কথা পাতি আছা। তুমি পাহৰি নেযাবা যে ৰিচমণ্ডৰ বেমাৰহে হৈছে, মৃত্যু হোৱা নাই। গতিকে তেওঁ কথা ক'ব পৰা অৱস্থাতেই আছে। কোঠালিৰ ভিতৰত মানুহৰ মাত-কথা নুশুনিলে চাকৰবোৰে নিশ্চয় সন্দেহ কৰিব। গতিকেই মাত-কথা যাতে নিয়মমতে চলি আছে সেই বিষয়ে ব্যৱস্থা ল'বা। তুমি এইখিনি সাৱধানতা অৱলম্বন কৰিলেই হয়। বাকী সকলোখিনিৰ দায়িত্ব মই লৈছো।"

অলপ সংকোচিত হৈ মেইনাৰে সুধিলে—“কিন্তু আমি ভবা মতে যদি সকলো নিয়াৰিকৈ হৈ নুঠে তেতিয়া কি হ'ব?”

“সেই বিষয়ে তুমি চিন্তা নকৰিবা। কিবা কাৰণত যদি আমাৰ পৰিকল্পনা ওলট-পালট হৈ যায় আৰু সকলো কথা ওলাই পৰিবলগীয়া অৱস্থা এটাৰ সৃষ্টি হয়, তেনেহ'লে মোক লগ পোৱাৰ আগতে তুমি কোনো প্ৰশ্নৰেই কাকোৱেই একো উত্তৰ নিদিবা।”

কোমল সুৰেৰে মেইনাৰে ক'লে, “কেলেই জানো ক'ব নোৱাৰো, ভয়ত মোৰ অণ্ঠ কণ্ঠ শুকাই গৈছে।”

এণ্টন কৰ্ফে নিৰ্ভয় দি ক'লে, “তোমাৰ ভয় লগাটো স্বাভাৱিক। এতিয়া তুমি যোৱা আৰু জাহাজৰ মজিয়াতে অলপ বিশ্ৰাম লোৱাগৈ। তোমাক যাতে সকলোৱেই আনন্দ মনেৰে চলা ফুৰা কৰি থকা দেখে সেই কথা মনত ৰাখিবা। কিয়নো জাহাজৰ মানুহবোৰে প্ৰত্যেকেই জানে যে নিউয়ৰ্ক সোনকালে পাবলৈ তুমি অতি আগ্ৰহান্বিত।”

এই আলোচনাৰ পিচত এণ্টন কৰ্ফ কেবিনৰ পৰা ওলাই গ'ল।



## (ন)

নিউয়র্ক অভিমুখে জাহাজ ধীৰে ধীৰে আগবাঢ়িছে। বাধাহীন সলিলৰাশি অতিক্রম কৰি গৈ থকা জাহাজৰ বুকুৰ মাজত মেইনাৰৰ জীৱনৰ পৰীক্ষা চলিছে। মিনিটৰ পিচত ঘণ্টা পাৰ হৈ গৈছে। নিউয়র্ক ওচৰ চাপি আহিছে। লগে লগে মেইনাৰে অনুভৱ কৰিছে এক বিৰাট অস্থিৰতা। ওলমি থকা ৰছী এডালত ধৰি তেওঁ যেন শূন্যত ওপঙি আছে। ৰছী ডালৰ পৰা হাত এৰি গ'লে কি হ'ব সেই কথা যেন ভাবিয়েই তেওঁ সচকিত হৈ উঠিছে। এণ্টন কৰ্ফে কোনোমতে সকলো কাম নিয়াৰিকৈ নহ'লে কি অৱস্থাৰ সন্মুখীন হ'ব লাগিব সেই কথা ভাবি তেওঁৰ গা শিয়ঁৰি উঠিল। বাইন'কুলাৰটো হাতত লৈ এনেয়ে এবাৰ চালে নিউয়র্ক দেখা পোৱা হৈছে নেকি। তেতিয়াহে তেওঁ বুজিলে যে জাহাজ নিউয়র্ক পালেহিয়েই। অলপ পিচতেই উপকূলৰ দাঁতিত জাহাজ লাগিলহি। আবকাৰী বিষয়া, স্বাস্থ্য আৰু ইমিগ্রেচন বিষয়াকেইজনে ইঞ্জিন নাৱেৰে আহি ইতিমধ্যে জাহাজৰ ওচৰ পালেহিয়েই।

এতিয়াহে প্ৰকৃত পৰীক্ষা আৰম্ভ হ'ব। অলপ ব্যস্ততাৰে মেইনাৰ আকৌ কেবিনৰ ভিতৰলৈ সোমাই গ'ল।

খিৰিকিৰে ভুমুকিয়াই চাই তেওঁ দেখিলে যে বাহিৰত এণ্টন কৰ্ফ আৰু জাহাজৰ কেপ্তেইন দুয়ো পাছপৰ্ট আৰু আবকাৰী বিষয়াসকলৰ লগত কথা-বাৰ্তা হৈ দৰ্কাৰী কাৰ্য সমাপন কৰাত ব্যস্ত হৈ আছে।

অলপ পিচতেই এণ্টন কৰ্ফে ইমিগ্রেচন বিভাগৰ বিষয়াজনক মেইনাৰৰ লগত সাক্ষাতৰ কাৰণে লৈ আহিল। মেইনাৰে কথাটো ভাল পোৱা নাছিল যদিও বিষয়াজনক দেখা কৰিবলৈ তেওঁ অমান্তি হোৱাৰ প্ৰশ্নই উঠিব নোৱাৰে। গতিকেই তেওঁৰ লগত মেইনাৰৰ সাক্ষাৎ হ'ল। বিষয়াজনক এণ্টন কৰ্ফে ইতিমধ্যে নিজৰ চতুৰালিৰ বলত হাতৰ মুঠিলৈ আনি লৈছিল। গতিকেই মেইনাৰৰ লগত তেওঁ সাধাৰণ দুই-এটা কথাহে পাতিলে। স্বামীৰ অসুস্থতাৰ কাৰণে দুখ

প্ৰকাশো কৰিলে। তাৰ পিচত তেওঁলোকৰ বৈবাহিক জীৱনৰ সুখ কামনা কৰি বিষয়াজন সন্মানসূচক ভংগীৰে এণ্টন কৰ্ফৰ লগত তাৰ পৰা ওলাই গ'ল।

বিষয়াজন যোৱাৰ পিচত মেইনাৰে ভাবিলে যে সকলো কাম বোধহয় সুন্দৰভাৱেই হৈ যাব। তাৰ অলপ সময়ৰ পিচতেই এণ্টন কৰ্ফ তেওঁৰ ওচৰলৈ ঘূৰি আহিল। তেওঁ ক'লে, "সকলো ব্যৱস্থা সুকলমেই হৈ গৈছে। গোটেই পৰিস্থিতিটোকেই মই আয়ত্তাধীন কৰি পেলাইছো। নামি যাবলৈ বিভাগীয় বিষয়াজনে আমাক অনুমতি দিছে। আন এটা কথা ক'বলৈহে মই তোমাৰ ওচৰলৈ আহিলো। কালি ৰাতিপুৱালৈকে আমাৰ বোধহয় আকৌ দেখাদেখি হোৱাৰ সম্ভাৱনা নাই। উকীলৰ লগত পৰামৰ্শ কৰোঁতে মোৰ হয়তো বহুত পলম হ'ব পাৰে। তথাপিও সেই কাম শেষ কৰিয়েই যিমান সোনকালে পাৰো ডাক্তৰ এজন লগত লৈ মই আহিম। এতিয়া যাওঁহে।" এই বুলি কৈ এণ্টন কৰ্ফ তাৰ পৰা ওলাই গ'ল।

তেওঁ ওলাই যোৱাৰ পিচত মেইনাৰে অতি অকলশৰীয়া বোধ কৰিলে। এই বিপদত সহায় কৰিবলৈ ইহ জগতত যেন আৰু কোনো নাই। ৰেলিঙত ভেজা দি অলপ সময়ৰ কাৰণে তেওঁ তাতেই থিয় দি থাকিল। তাৰ পিচত তীৰৰ ফালে থকা মজিয়াখনলৈ একেথৰে বাহিৰলৈ চাবলৈ ধৰিলে। আকাশস্পৰ্শী অট্টালিকাবোৰেৰে সৈতে ওচৰতে দেখা নিউয়ৰ্ক চহৰখনলৈ তেওঁৰ ভয় লাগিল। যাম যাম বুলি আশা কৰি থকা সেই চহৰখনলৈ যাবলৈ তেওঁৰ আজি অকণো ইচ্ছা নাই। লাহে লাহে সন্ধিয়া হৈ আহিল। অট্টালিকাবোৰত বিজুলী বাতিৰ চিকমিকনি দেখা গ'ল। ইতিমধ্যে জাহাজৰ পৰা নামিবৰ বাবে সকলো ব্যৱস্থা বিষয়াসকলে কৰি পেলাইছিল। এণ্টন কৰ্ফে শেষত কোৱা কথাবাৰ মেইনাৰৰ মনলৈ বাৰে বাৰে আহিবলৈ ধৰিলে। তেওঁ কৈছিল—"জাহাজৰ পৰা নমাৰ লগে লগেই তোমাৰ ওপৰত আহি পৰিব এক বিৰাট দায়িত্ব। সেই দায়িত্বৰ গুৰুত্ব অকল তুমিয়েহে নিয়াৰিকৈ বহন কৰিব লাগিব। ইয়াত তুমি আন কাৰো সহায় বিচাৰিবলৈ স্থান নাই।"

আনুষংগিক বহুত চিন্তাই আহি তেওঁক হেঁচা মাৰি ধৰিলে। আৰু অলপ সময় পিচত কি পৰিস্থিতিৰ সৃষ্টি হয় কোনে জানে বাৰু? লাহে লাহে তেওঁ আকৌ কেবিনৰ ভিতৰত সোমালগৈ। ৰিচমণ্ডৰ মৃতদেহ চকীখনত বহুৱাই থোৱা আছে। টুপীটোৰে চকু দুটা পৰ্যন্ত ঢাক খাই পৰিছে। চকুত গাগলছ্। এক

বিৰাট আতংকত মেইনাৰৰ শৰীৰ কঁপি উঠিল। ইতিমধ্যে নিগ্ৰো চাকৰ ল'ৰা এটা আহি সেই কোঠালিত সোমাল। তেওঁ সচকিত হৈ উঠিল। তেওঁৰ মনলৈ আহিল ল'ৰাটোৱে যেন অতি সন্দেহৰ চকুৰে ৰিচমণ্ডলৈ চাইছে। নিমিষতেই তেওঁ চকীখনৰ ওচৰলৈ গৈ ৰিচমণ্ডৰ গাৰ ওপৰত দি থোৱা স্কাৰ্ফখন মুখৰ ওপৰলৈকে টানি দিলে। ৰিচমণ্ডক কোৱাৰ ভাও ধৰি তেওঁ কৈ গ'ল—

কাৰ্ল তুমি কথা নক'বা। বাহিৰত অতিপাত ঠাণ্ডা। স্কাৰ্ফখন মুখলৈকে টানি লোৱাচোন। ঠাণ্ডা বতাহ আহি গাত লাগিলে তোমাক বৰ অন্যায় কৰিব।”

ৰিচমণ্ডে একো উত্তৰ নিদিয়া কাৰণে চাকৰটোৱে যাতে অকণো সন্দেহ কৰিব নোৱাৰে সেই কাৰণে লগে লগেই তেওঁ চাকৰটোক লক্ষ্য কৰি ক'লে ঃ— “ৰিচমণ্ডক গাড়ীত উঠাওঁতে তুমি কিন্তু অতি সাৱধানে উঠাব লাগিব। তদুপৰি উঠোৱাৰ সময়ত অনাহকত যেন অকণো পলম নহয়। খুব সোনকালে ঘৰলৈ যাবলৈ ৰিচমণ্ডে ইচ্ছা প্ৰকাশ কৰিছে।...........

*                *                *

তেওঁ দুৱাৰখন বহলকৈ খুলি দিলে। চাকৰটোৱে ৰিচমণ্ড বহি থকা চকা লগোৱা চকীখন লাহে লাহে ঠেলি জাহাজৰ পৰা নামিবলৈ লগাই দিয়া তক্তাৰ ওচৰ পোৱালেহি। মেইনাৰেও চকীখনতে ধৰি লাহে লাহে আগবাঢ়ি গৈ থাকিল। যাওঁতে মজিয়াৰ বাটটোত থকা জাহাজৰ কৰ্মচাৰীসকলে ৰিচমণ্ডক নমস্কাৰ জনালে। নামি যোৱা বাটটোত বহুত মানুহে অপেক্ষা কৰি আছিল। বিৰাট ঐশ্বৰ্যশালী ৰিচমণ্ডক চোৱাতকৈ বৃদ্ধৰ তৰুণী ভাৰ্যা ধুনীয়া মেইনাৰৰ দৰ্শন লাভৰ কাৰণেও কিছুমান মানুহ তাত জমা হৈছিলহি। সেই মানুহৰ চকু তেওঁলোকৰ ওপৰত পৰিল। তাত থকা সকলো দৰ্শকেই নীৰৱ। এই নীৰৱতা মেইনাৰে যেন সহ্য কৰিব পৰা নাই। সেই কাৰণেই তেওঁ ৰিচমণ্ডক লক্ষ্য কৰি ক'লে— “তুমি অকণো চিন্তা নকৰিবা কাৰ্ল, বাহিৰতে গাড়ীখন ৰৈ আছে। আমি এতিয়াই ঘৰ পামগৈ। তেতিয়া তুমি বিছনাত সুন্দৰভাৱে বিশ্ৰাম ল'ব পাৰিবা।”

চকীখন ঠেলি ঠেলি গাড়ীখনৰ ওচৰলৈ লৈ অহা হ'ল। মেইনাৰৰ অনুমান হ'ল যে ড্ৰাইভাৰটোৱে যেন গাড়ীখন আৰু কিছু ওচৰত ৰখাব পাৰিলেহেঁতেন। তেওঁৰ এনেকুৱা ভাব হ'ল,—“সেই মূৰ্খ ড্ৰাইভাৰটোৱে ইমান দূৰতে গাড়ীখন ৰাখিলে কেলেই।” তেওঁ কিন্তু খুলি একো নক'লে।

চকীখন গাড়ীৰ ওচৰ পোৱাৰ লগে লগেই এটা নমস্কাৰ দি ড্ৰাইভাৰটোৱে আহি তেওঁৰ ওচৰত হাজিৰ হৈ ক'লে "মেমচাহেব, নিউয়ৰ্ক চহৰলৈ আপোনালোকক স্বাগতম জনাইছো"

ড্ৰাইভাৰজনে বিনয়ী উত্তৰ মেইনাৰৰ পৰা নেপালে। তেওঁ মাত্ৰ ক'লে ঃ— "মোৰ স্বামী বৰ অসুস্থ। সোনকালে গাড়ীত চকীখন উঠাই দিয়াৰ ব্যৱস্থা কৰা।"

কিহৰ কাৰণে যেন মেইনাৰে ড্ৰাইভাৰজনক অকণো ভাল পাব নোৱাৰিলে। ড্ৰাইভাৰজনেও যেন তেওঁৰ প্ৰতি অকণো শ্ৰদ্ধাৰ ভাব নেদেখুৱালে। চকীখনৰ পৰা চাকৰটোক আঁতৰ কৰি পিক্-আপৰ নিচিনা সেই গাড়ীখনৰ পিচফালে পাৰি দিয়া তক্তাৰ ওপৰেৰে চকীখন ঠেলি নি ড্ৰাইভাৰজনে নিজেই ৰিচমণ্ডক গাড়ীৰ পিচফালে বহুৱাই দিলে। চকীখন গাড়ীৰ ওপৰত থৈ কঁকালটো পোনাই ৰিচমণ্ডৰ ফালে অলপ কেৰাহিকৈ চাই ড্ৰাইভাৰজনে মেইনাৰক লক্ষ্য কৰি ক'লে— "ৰিচমণ্ডৰ চেহেৰাটো দেখোন একেবাৰে কিবা যেন দেখা গৈছে।"

"মই তোমালোকক কৈছোৱেই যে মোৰ স্বামী বৰ অসুস্থ। সেই কাৰণে যিমান পাৰি সোনকালে তেওঁক ঘৰলৈ লৈ যাব লাগে।"

'আপোনালোকে যেনেকৈ কয় ঠিক সেইমতেই কৰা হ'ব মেম চাহেব।" এইবুলি ড্ৰাইভাৰজনে মেইনাৰলৈ চালে আৰু ওচৰতে থকা বেঞ্চ এখনত তেওঁক বহিবলৈ দি গাড়ীৰ পৰা নামি তেওঁ পিচফালৰ পৰা দুৱাৰখন বন্ধ কৰি দিলে। নিজৰ চিটলৈ গৈ ড্ৰাইভাৰে দুৱাৰখন বন্ধ কৰা শব্দ মেইনাৰে শুনিলে। অলপ পিচতেই গাড়ীৰ ইঞ্জিন চলোৱা শব্দ শুনা গ'ল। লাহে লাহে গাড়ী চলাবলৈ ধৰিলে। এতিয়াহে যেন মেইনাৰে অলপ শান্তিৰ নিশ্বাস পেলালে।

চহৰৰ মাজেৰে গাড়ীখন মন্থৰ গতিৰে আগবাঢ়িল। বেঞ্চখনতে বহি লৈ চকু দুটা আধামুদা কৰি মেইনাৰে ভাবি গ'ল এটা এটাকৈ হৈ যোৱা ঘটনা-সমূহৰ কথা। অলপ পিচতেই চকু মেলি তেওঁ আগফালে চালে। তেওঁ দেখিলে যে ড্ৰাইভাৰৰ চিটত থকা আইনাত প্ৰতিফলিত হোৱা তেওঁৰ ছবিটোলৈ ড্ৰাইভাৰজনে আচৰিতভাৱে মাজে মাজে চাইছে। অৱশেষত চেণ্ট্ৰেল পাৰ্কৰ পঞ্চম এভিনিউৰ পূব ফাললৈ আহল-বহল এটা ঘৰৰ সন্মুখত গাড়ীখন ৰ'লহি।

গাড়ীখন ৰোৱাৰ পিচত ড্ৰাইভাৰে আহি পিচফালৰ দুৱাৰখন খুলি দিলে।

ঘৰৰ প্ৰধান চাকৰটো লগে লগে দৌৰি আহি তেওঁলোকৰ ওচৰত থিয় হৈ নমস্কাৰ জনালেহি। ৰিচমণ্ডক যাতে চাকৰটোৱে ভালদৰে দেখা নেপায় সেইবাবে চাকৰটোৰ সন্মুখতেই মেইনাৰ থিয় হ'ল আৰু ৰিচমণ্ডৰ শোৱা কোঠালি ভালদৰে ৰখা হৈছেনে নাই সুধিলে।

"হয় মেমচাহেব, সকলো ঠিক ঠাক কৰি থোৱাই আছে। ইতিমধ্যে আন গাড়ীত জাহাজৰ পৰা সকলো বস্তু বাহানি আহি পাইছে। সকলোখিনিকেই মই নিয়াৰিকৈ থৈছো।"

জোৰপূৰ্বক এটা হাঁহি মাৰিবলৈ চেষ্টা কৰি মেইনাৰে ক'লে, "তুমি বেছ হিচাবি মানুহ দেখিছো।"

ড্ৰাইভাৰজন তাতেই থিয় হৈ আছিল। সোনকালে চকীখন উলিয়াই নিলেই সি যেন ভাল পায়।

মেইনাৰে চাকৰটোক পুনৰ ক'লে-- "এই দীঘলীয়া ভ্ৰমণৰ পিচত মোৰ স্বামী অতি ক্লান্ত। ইতিমধ্যে বোধহয় চকীৰ ওপৰতেই তেওঁ শুই পৰিছেই। তেওঁক নজগোৱাকৈ অতি সাৱধানে তুমি চকীখন ঠেলি শোৱা কোঠালিলৈ নিব পাৰিবানে?"

চাকৰটোৱে নম্ৰভাৱে মূৰ দোৱাই সন্মতি জনালে আৰু গাড়ীৰ পৰা চকীখন নমাই অনাত তেওঁক সহায় কৰিবলৈ লগৰে আন এজনক মাতিলে। সিহঁত দুয়ো অতি সাৱধানে চকীখন গাড়ীৰ পৰা নমালে।

ঘৰত সোমোৱাৰ আগতে মেইনাৰে ড্ৰাইভাৰজনক ক'লে, "তুমি এতিয়া যোৱাগৈ। আৰু ক'ৰবালৈ যাবলগীয়া হ'লে কাইলৈ তোমাক কম।"

চকীখনৰ পিচফালে আহি চাকৰজনে মেইনাৰক ক'লে—"তলৰ তলাতেই আমি ৰিচমণ্ডৰ শোৱা কোঠালিটো ঠিক কৰিছো। ৰাতিৰ আহাৰ তালৈকে পঠিয়াম নেকি?"

"সেই বিষয়ে তুমি এতিয়া ভাবিব নেলাগে। মোৰ স্বামীয়ে এতিয়া একো নেখায়। তেওঁ গৈয়েই শুব। মোৰো খাবৰ মন নাই। বৰ ভাগৰ লাগিছে।" ভাত খাওঁ বুলিলে যে দুজন মানুহৰ ভাত একেলগে খাব লাগিব সেই কথা ভাবিও মেইনাৰৰ মন কোচ খালে।

চাকৰটোৱে ক'লে—"গৰাকীৰ শুবৰ সময়ত আপোনাক সহায় কৰিবলৈ

মই লগুৱাটো পঠিয়াই দিম।”

“সেই বিষয়েও তুমি একো চিন্তা কৰিব নেলাগে। সকলো মই নিজেই কৰিব পাৰিম।”

একো সহায়ৰেই আৱশ্যক নাই বুলি প্ৰত্যেক কথাতেই কোৱাৰ কাৰণে চাকৰটোৱে যেন কিবা এটা সন্দেহ কৰিছে মেইনাৰৰ মনত তেনেকুৱা ভাব হ'ল। তেনেকুৱা কিবা সন্দেহ থাকিলে তাক দূৰ কৰিবলৈ তেওঁ আকৌ ক'লে— “আজি কিছুদিনৰ পৰা ৰিচমণ্ডৰ টোপনি বৰকৈ কমি গৈছে। গতিকে বিছনাত শুৱাই দিবলৈ চেষ্টা কৰি এতিয়া তেওঁক সাৰ পোৱাই নিদিয়াটোৱেই ভাল হ'ব। দৰ্কাৰ হ'লে মই তোমাক মাতি পঠিয়াম।”

এইদৰে আৰু কিমান ফাকি দিব বাৰু? মেইনাৰৰ যেন ধৈৰ্য হেৰাই গ'ল। হুক্ হুককৈ কান্দি দিবৰ মন গ'ল। লগে লগে তেওঁৰ চকু চলচলীয়া হৈ উঠিল। কিন্তু পিছ্মুহূৰ্ততেই তেওঁৰ জ্ঞান হ'ল। এয়া তেওঁ কি কৰিব খুজিছে? বিনা কাৰণত কান্দিলে মানুহে তেওঁক সন্দেহ্ নকৰিব জানো? গতিকে মুহূৰ্ততে তেওঁ কোনেও নেদেখাকৈ চকুৰ পানীখিনি মচি পেলালে।

শোৱা কোঠালিটো ডাঙৰ ঘৰটোৰ এমূৰে। ইতিমধ্যে চকীখন লাহে লাহে কোঠালিলৈ ঠেলি নিয়া হৈছিল। ওপৰত জ্বলি থকা বিজুলীবাতিৰ পোহৰে যাতে ৰিচমণ্ডৰ টোপনি ভাঙিব নোৱাৰে সেই কাৰণে লগুৱাটো আগবাঢ়ি গৈ সেইকেইটা নুমাই দি কম পোহৰৰ লাইটকেইটা জ্বলাই দিলে। সেই লাইট-খোৰত ঢাকনি লগোৱা আছিল কাৰণে সামান্য পোহৰহে কোঠালিটোত পৰিছিল।

শোৱা কোঠালিত সোমাই মেইনাৰে এটা হাঁহি মাৰিবলৈ চেষ্টা কৰি লগুৱাটোক ক'লে—“বহুত ধন্যবাদ। তোমালোকে এতিয়া যোৱাগৈ।”

চাকৰটোৱে নম্ৰভাৱে ক'লে—“মেমচাহেব, মই গোটেই ৰাতি সাৰে থাকিম। মালিক অসুস্থ যেতিয়া মোক হয়তো আপোনালোকৰ দৰ্কাৰ হ'ব পাৰে।”

“তুমি সাৰে থাকিব নেলাগে। শোৱাগৈ। আমাক এতিয়া শান্তিৰে অলপ জিৰণিৰ আৱশ্যক্ হৈছে। নিৰিবিলি হ'লেহে বেছি ভাল পাওঁ। দৰ্কাৰ হ'লে তোমাক নিশ্চয় মাতিম।”

ইতিমধ্যে ৰিচমণ্ডৰ চকীখন বিছনাৰ ওচৰলৈ লৈ অহা হৈছিল। লগুৱাটোৰ সৈতে চাকৰটো গ'ল। যাওঁতে চাকৰটোৱে কৈ গ'ল যে তাৰ নাম বাৰ্ণচ। সেই

নাম কাঢ়ি মাতিলেই সি আহিব।

"যোৱা বাৰু বার্ণচ। এতিয়া ইয়াত তোমাৰ আৰু একো কাম নাই।"

মেইনাৰে ততালিকে দুৱাৰখন বন্ধ কৰি দিলে। এতিয়া যেন তেওঁ বহুত নিশ্চিন্ত হ'ল। এতিয়া আন কোনো মানুহ নাই। কোঠালিৰ ভিতৰলৈ কোনো সোমাই অহাৰো সম্ভাৱনা নাই।

তেতিয়াহে মেইনাৰে ঘৰটোৰ ইফালে সিফালে চাবলৈ সকাহ পালে। তেওঁ দেখিলে যে ঘৰটো বিৰাট কাৰুকার্য খটোৱা। তাত অজস্ৰ বিলাসৰ সামগ্ৰী। লগে লগে মেইনাৰৰ মনলৈ আহিল যে এই সকলোবোৰৰ অধিকাৰিণী তেওঁৱেই।

ভিতৰৰ পৰা তেওঁ দুৱাৰখনত তলা লগাই দিলে। ৰিচমণ্ডৰ কাৰণে তেওঁৰ এতিয়াহে অতি দুখ লাগিবলৈ ধৰিলে। তেওঁৰ ক্ষন্তেকীয়া বিবাহিত জীৱনৰো ওৰ পৰিল। জীৱনত সর্বস্বান্ত হৈ এজন বৃদ্ধৰ ভার্যা হিচাপে পৰিগণিত হোৱাৰ পিচতেই তেওঁৰ জীৱনলৈ আহিল আকৌ আন এটা ধুমুহা। নিয়তিৰ নিষ্ঠুৰ আঘাত তেওঁ কিমান সহ্য কৰিব বাৰু?

মেইনাৰে ৰিচমণ্ডৰ চকীখন বেৰৰ দাঁতিৰ ফালে ঠেলি থলে। তাৰ পিচত নিজেও ডাঙৰ আৰামী চকী এখনৰ ওপৰত গাটো এৰি দিলে। খন্তেক পিচতেই নিদ্ৰা দেৱীয়ে তেওঁক আঁকোৱালি ল'লে।



## (দহ)

পিছদিনা ৰাতিপুৱা তেওঁ যেতিয়া টোপনিৰ পৰা সাৰ পায় তেতিয়া বেলি বহুত হৈছে। আগদিনা গোটেই দিনটোৰ চিন্তা আৰু ৰাতিৰ অনাহাৰত বেচেৰী ভোকত প্ৰায় কলমলাই আছিল। চাহৰ কাৰণে ঘণ্টা বজাই চাকৰটো মাতিবলৈ তেওঁ প্ৰথমে অলপ ইতস্ততঃ কৰিলে। কিন্তু তাকেই নকৰিলেও যে আনে সন্দেহ কৰিব! সেই কাৰণেই তেওঁ কলিং বেলটো বজাই দিলে। বেলটো টিপি দিয়াৰ লগে লগে তেওঁ মৰা শটোলৈ এবাৰ চালে। ৰিচমণ্ডৰ মূৰত তেতিয়াও টুপীটো আছেই দেখোন। ওচৰলৈ গৈ তেওঁ টুপীটো মূৰৰ পৰা গুচাই দিলে। হাত মোজা যোৰ খুলি দিওঁ বুলি ওচৰলৈ গৈ চেষ্টা কৰিলে, কিন্তু হাত দুখন জঠৰ হৈ প্ৰায় বেঁকা হৈ গৈছিল বাবে খুলিব নোৱাৰিলে।

তাৰ পিচত চকীখন তেওঁ জুহালৰ ওচৰলৈ লৈ গ'ল। জুহাললৈ মুখ কৰাই ৰিচমণ্ডৰ চকীখন ৰাখিলে যাতে দুৱাৰৰ ফালে মৃতকৰ পিঠিখনহে দেখা যায়। এনেতে বাহিৰৰ পৰা কোনোবা এজনে দুৱাৰত শব্দ কৰি সোমাই অহাৰ জাননী দিলে।

দুৱাৰখন খুলি মেইনাৰ বাহিৰলৈ ওলাল আৰু চাকৰটোৰ হাতৰ পৰা চাহৰ ট্ৰেখন নিজেই আনিব খুজিলে। প্ৰভুভক্ত চাকৰজনে যেন গৰাকিয়নীক সেই কাম কৰিবলৈ নিদিবহে। মেইনাৰে কিন্তু ট্ৰেখন আনিহে এৰিলে। লগতে চাকৰটোক ক'লে—"আজি ৰাতিপুৱাই এণ্টন কৰ্ফ অহাৰ কথা আছে। তেওঁ অহা মাত্ৰেই ইয়ালৈ লৈ আহিবা।

ভোকৰ জালাত ট্ৰেত থকা গোটেইখিনি জলপানকেই তেওঁ নিমিষতেই খাই শেষ কৰিলে। তাৰ পিছত ট্ৰেখন উলিয়াই দুৱাৰৰ বাহিৰলৈ থ'লে—যাতে সেইখনকেই নিবলৈ চাকৰজন আকৌ ভিতৰলৈ আহি এটা সমস্যাৰ সৃষ্টি কৰিব নোৱাৰে। চাহ-জলপান খোৱাৰ পিচত তেওঁ অলপ প্ৰকৃতিস্থ হ'ল। তদুপৰি কোঠালিৰ ভিতৰত আন বাহিৰা মানুহ নথকা কাৰণেও তেওঁৰ মনটো অলপ

পাতল লাগিল। তাৰ পিচত গাধোৱা ঘৰলৈ সোমাই ভালদৰে গা-মূৰ ধুই ওলাই আহি মনটো যথেষ্ট ভাল লগা যেন অনুভৱ কৰিলে। মন ফৰফাল লগাৰ পিচত তেওঁ ভাবিলে যে সকলো পৰিকল্পনা বোধহয় কোনো আউল নলগাকৈয়ে কৃতকাৰ্য হ'ব। এটা যেন অতি অসম্ভৱক সম্ভৱ কৰিব পৰা কাৰ্যহে তেওঁ কৰিলে।

মিনিটৰ পিচত মিনিট আৰু তাৰ পিচত ঘণ্টা বাগৰি গ'ল। এণ্টন কৰ্ফ কিন্তু নাহিল। পলম হৈ অহাৰ লগে লগেই ক্ষন্তেক আগতে তেওঁৰ মনলৈ অহা উৎসাহো যেন পুনৰ দমি গ'ল। বাহিৰত হয়তো চাকৰ-নাকৰবোৰৰ মনত সন্দেহৰ উদ্ৰেক হৈছেই। তদুপৰি যোৱা ৰাতি আহিবৰে পৰা তাঁহাতক একো কামতেই লগোৱা হোৱা নাই। এই ব্যৱহাৰে সিহঁতৰ সন্দেহ হয়তো আৰু দৃঢ়তৰ কৰিছে। ৰিচমণ্ডৰ অসুখ বুলি সকলোকে কোৱা হৈছে। তথাপিও যদি ডাক্তৰ এজন মাতি পঠিওৱা নহয়, তেনেহ'লে ঘৰত চাকৰ-নাকৰবোৰে কি ভাবিব বাৰু? গতিকে তেওঁ কিবা এটা ব্যৱস্থা কৰিবই লাগিব।

কিংকৰ্তব্যবিমূঢ় হৈ তেওঁ এবাৰ খিৰিকিৰ ওচৰলৈ গ'ল। হাতেৰে পৰ্দাখন আঁতৰাই আইনাত মূৰটো গুজি দি বাহিৰলৈ এনেয়ে এবাৰ চালে। সুদূৰত সৌৱা চেণ্ট্ৰেল পাৰ্কখন। তাত থকা গছবোৰৰ পাতবোৰ হালধীয়া হ'বলৈ ধৰিছে। শৰৎকালৰ আগমনীৰ এইটোৱে প্ৰথম চিন। শৰৎকাল অহাৰ লগে লগে দিনবোৰ চুটি হৈ আহিবলৈ ধৰিব। লাহে লাহে শীতকাল আহি পৰিব। জাৰত গৰম কোট পিন্ধা আৰামৰ কথা ভাবিলেই ভাল লাগি যায়।............

বাহিৰত কোনোবাই খেকাৰি মৰা শব্দ শুনি সচকিত হৈ তেওঁ ঘূৰি চালে। দুৱাৰমুখতেই তেওঁ চাকৰটোক দেখা পাই আগবাঢ়ি গ'ল আৰু এনে ভাবে থিয় দিলে যাতে সি চকীখন দেখা নেপায়।

মেইনাৰে ভাবিলে, "তাত চাকৰটো কিমান সময় থিয় হৈ আছিল বাৰু? ভিতৰত কিবা বস্তু সি দেখিছেনেকি বাৰু?" এই কথা মনলৈ অহাৰ লগে লগেই তেওঁ আতংকিত হৈ উঠিল। মেইনাৰৰ দৃষ্টিত বেচেৰা চাকৰটোৱে নিজকে দোষী যেন পালে। অতি বিনয়ী সুৰত সি কৈ গ'ল ঃ—

"মই প্ৰথমে দুৱাৰত শব্দ কৰিছিলো। কিন্তু মালিকে নমতাৰ কাৰণে ভিতৰলৈ সোমাই আহিলো।" মেইনাৰে অলপ টান ভাষাতেই তাক সুধিলে "তোমাক কি লাগে? নমতাকৈ কেলেই আহিছা?"

"ডাক্তৰ মাতিবলৈ যাব নেলাগে নেকি মেমচাহেব?"

"সেই বিষয়ে তুমি একো ভাবিব নেলাগে" মেইনাৰে ক'লে। তেওঁ মনতে ভাবিলে যে এই মানুহজনক তুৰন্তে কোঠালিটোৰ পৰা বাহিৰলৈ পঠিওৱা উচিত হ'ব। নহ'লে আৰু কি অঘটন ঘটে ঠিক নাই। সেইকাৰণে তেওঁ আকৌ ক'লে—"মোৰ স্বামী যথেষ্ট ক্লান্ত হৈ পৰিছে। ডাক্তৰ বা দৰবতকৈ তেওঁৰ জিৰণিৰহে বেছি দৰ্কাৰ হৈছে।"

"তেখেতক তেনেহ'লে শুৱাই দিয়াই ভাল হ'ব যেন পাওঁ মেমচাহেব। এই কাৰ্যত আপোনাক ময়ো সহায় কৰি দিব পাৰো। আহক আমি দুয়ো ধৰি গৰাকীক বিছনাত শুৱাই দিওঁ।" চাকৰটো যেন আগবাঢ়ি গৈ ৰিচমণ্ডৰ চকীখনত ধৰিব ঠিক তেনেকুৱা যেন অনুমান হ'ল। মেইনাৰৰ চুলিৰ আগেৰে জীৱ গ'ল। তেওঁ ততালিকে বাৰ্ণচৰ আগত থিয় হৈ ক'লে—"এতিয়া নেলাগে বাৰু। দৰ্কাৰ হ'লে তোমাক মই মাতি পঠিয়াম।"

বাৰ্ণচৰ মনত অৱশ্যে কোনো সন্দেহৰ উদ্রেক হোৱা নাছিল। গৰাকীৰ এই অদ্ভুত ধৰণৰ নীৰৱতাই যেন তাৰ অন্তৰৰ নিভৃততম কোণত কিবা এক ভাবৰহে সৃষ্টি কৰিছিল। সেই কাৰণেই কোঠালিটো এৰি ওলাই যাবলৈ তাৰ [illegible]ন নকৈছিল। ক্ষন্তেক নীৰৱে থাকি সি আকৌ ক'লে—"ড্ৰাইভাৰজন বাহিৰতে ৰৈ আছে। তাক কিবা ক'ব লাগিব নেকি?"

"এতিয়া ড্ৰাইভাৰক একো ক'ব নালাগে।"

অলপ সিফালে গৈ মেইনাৰে এনেকুৱা অঙ্গী-ভঙ্গীৰে বুজাই দিব খুজিলে যে বাৰ্ণচ কোঠালিৰ পৰা ওলাই যোৱা উচিত। তেওঁ ইমান সময় মৰাশটো বাৰ্ণচে নেদেখাকৈ ঢাকি ধৰি আছিল। কিন্তু মাজতে অলপ অন্যমনস্ক হ'ল। ফলত চকীখন বাৰ্ণচে সম্পূৰ্ণ দেখিবলৈ পালে। ৰিচমণ্ডক চকীখনত বহি থকা দেখি বাৰ্ণচ ওচৰলৈ গ'ল! সসম্ভ্ৰমে মূৰটো দোৱাই সি অতি বিনয়ী সুৰত কৈ গ'ল—"মহাশয়, আপোনাৰ অধীনত কাম কৰা সকলো চাকৰ-নাকৰৰ তৰফৰ পৰা আৰু ব্যক্তিগতভাৱেও মই আমাৰ সকলোৰে হৈ আপোনাৰ বিয়াৰ বাবে আন্তৰিক শুভেচ্ছা জনাইছো।"

মেইনাৰৰ বুকুত যেন কোনোবাই ডাঙৰ শিল এটাহে মাৰিবলৈ ওলাইছে তেনেকুৱা লাগিল। ভয়তে বেচেৰীয়ে চকুদুটা মুদি দিলে। নমস্কাৰ জনাই বাৰ্ণচে

মূৰ তুলি আকৌ গৰাকীলৈ চালে। ৰিচমণ্ডে কিন্তু কোনো সঁহাৰিকেই নিদিলে।

মেইনাৰৰ মূৰত আকাশী-স্বৰগ ভাঙি পৰা যেন লাগিল। এয়া যে নিজৰ ধ্বংসলীলা! এই ধ্বংসস্তূপত জাহ যাব লাগিব নেকি? তথাপি আত্মৰক্ষাৰ অক্লান্ত চেষ্টাত মেইনাৰ ব্ৰতী হ'ল। তেওঁ পুনৰ ক'লে—"হেৰা বাৰ্ণচ, তেওঁৰ আকৌ টোপনি আহিল। তেওঁক আমনি নকৰিবা। তেওঁ বৰ বেয়াকৈ শোৱে। চোৱাচোন বাৰু ডিঙিটো কেনেকৈ বেঁকা কৰি শুই আছে।"

বাৰ্ণচে একো উত্তৰ নিদিলে। ভক্তি-ভাবত মূৰ দোৱাই কোঠালিৰ পৰা লাহে লাহে ওলাই গ'ল।

চাকৰটো ওলাই যোৱাৰ পিচত দুৱাৰখন নিজে নিজে বন্ধ হৈ গ'ল। এইমাত্ৰ সন্মুখীন হোৱা পৰিস্থিতিটোৱে মেইনাৰক শক্তিহীন কৰি পেলালে। তেওঁৰ প্ৰায় মূৰ্ছা যাবলগীয়া অৱস্থা হ'ল। তেওঁ আৰু কিমান ধৈৰ্য ধৰিব বাৰু! ঘটনাৰ সোঁত আনফালে ববলৈ ধৰা যেন বোধ হ'ল। সেই সোঁতক তেওঁ যেন আৰু বাধা দিবলৈ অপাৰগ। চিন্তা-ভাবনাত জুৰুলা হৈ কোঠালিটোৰ ভিতৰতেই তেওঁ ইফালে সিফালে ঘূৰি ফুৰিব ধৰিলে। কোঠালিটোত বিৰাজ কৰিছে এক গভীৰ নীৰৱতা। বেৰত থকা ডাঙৰ ঘড়ীটোৰ টিক্‌টিক্ শব্দৰ বাহিৰে ক'তো কাৰো মাতবোল নাই। চকুৰ আগত সেয়া এটা মৃতদেহ। তেওঁ আজি এক বিৰাট বিপদ আৰু অনিশ্চয়তাৰ মাজত।

ক্ৰিং ক্ৰিংকৈ বাজি উঠা টেলিফোনৰ শব্দই তেওঁৰ সংজ্ঞা আকৌ ঘূৰাই আনিলে। দৌৰ মাৰি গৈ তেওঁ ফোনটো উঠাই ল'লে। টেলিফোনত বাৰ্ণচে ক'লে যে বাহিৰত এজন ভদ্ৰলোকে তেওঁক লগ ধৰিবলৈ আহিছে। মেইনাৰে মনতে ভাবিলে কোন আহিব পাৰে বাৰু? নিশ্চয় এণ্টন কৰ্ফেই হ'ব। কৰ্ফ অহাৰ কথা মনত পৰাৰ লগে লগেই তেওঁৰ মনটো অলপ পাতল লাগিল। ইতিমধ্যে কোঠালিৰ বাহিৰৰ পৰা দুৱাৰত কোনোবাই টোকাৰ শব্দ কৰি মানুহ অহাৰ জাননী দিলে। বেগাবেগীকৈ ওলাই আহি মেইনাৰে দুৱাৰখন খুলি দিলে। আগন্তুকক দেখি তেওঁ প্ৰায় অচেতন হ'বলগীয়া হ'ল। এণ্টন কৰ্ফৰ পৰিবৰ্তে এয়া দেখোন আন অচিনাকি মানুহ এজনহে সোমাই আহিছে। মানুহজনৰ বয়স প্ৰায় ৪০ বছৰ। চুলি দুই এডাল পকিছে। চাৰ্টত লগোৱা টাইডাল অলপ খহটা ধৰণৰ। দ্বিধাহীনভাৱেই কোঠালিৰ ভিতৰলৈ সোমাই আহি মেইনাৰক এটা নমস্কাৰ জনাই নিজৰ চিনাকি দি তেওঁ ক'লে—"মোৰ নাম মাৰ্টিন লোমাৰ!"

মেইনাৰ নিৰ্বাক নিস্পন্দ হৈয়েই থিয় দি থাকিল। ক'তা, এণ্টন কৰ্ফেটো এই মানুহজন পঠিয়াম বুলি কোৱা নাছিল। তেওঁলোকে কৰা পৰিকল্পনাত এই ভদ্ৰলোকজনৰ নাম ঘূণাক্ষৰেও উল্লেখ হোৱাই নাছিল দেখোন। গতিকে এণ্টন কৰ্ফেই তেওঁক পঠিয়াইছেনে আন কিবা কাৰণতহে আহিছে সেই কথা তেওঁ জানিবলৈ অৱশৰকেই নেপালে।

আগন্তুকজনে নিজে নিজেই কৈ গ'ল—"মই বোধহয় বৰ সোনকালেই আহি আপোনাক আমনি কৰিলোহি। আপুনি নিশ্চয় এই দীৰ্ঘ ভ্ৰমণত অতিকৈ ক্লান্ত।" কথা কৈ থাকোঁতে তেওঁ মেইনাৰৰ মুখলৈ চাই আছিল। কথাখিনি শেষ কৰি তেওঁ ৰিচমণ্ডৰ ফালে চালে। মেইনাৰেও সেইফালে চালে। আগন্তুক লাহে লাহে চকীখনৰ ওচৰলৈ গ'ল আৰু নিস্পন্দ মৃতদেহটোৰ ওচৰত ক্ষন্তেক থিয় হ'ল। মৰাশটো অলপ সময় নিৰিক্ষণ কৰি উঠি মেইনাৰলৈ চাই আকৌ সুধিলে—"ৰিচমণ্ডৰ মৃত্যুৰ কথা আপোনালোকে কাকো কোৱা নাই কেলেই?"

মেইনাৰে কিবা ক'ব খুজিছিল। কিন্তু মুখৰ পৰা কোনো কথাই বাহিৰ নহ'ল। তেওঁৰ মনোবল আৰু শাৰীৰিক শক্তিৰ যেন কোনো সম্বন্ধই নাইকিয়া হৈ পৰিল। এই বিৰাট শূন্যতাৰ মাজত তেওঁ যেন ওপঙি ফুৰিছে। বিৰাট অসীমৰ মাজত তেওঁ আজি হেৰাই গৈছে। হেজাৰ নিযুত দুঃস্বপ্নই যেন আবৰি ধৰিছেহি। কিন্তু সকলোবোৰ যেন নিৰৰ্থক আৰু অপদাৰ্থ।

একো উত্তৰ নিদিয়াকৈ মেইনাৰ থিয় হৈ থাকিল। হাতদুখন পিচফালে কঁকালত দি আগন্তুকে কোঠালিটোৰ ভিতৰতেই ইফালে সিফালে খোজকাঢ়ি ঘূৰি ফুৰিবলৈ ধৰিলে। তেওঁ যেন বিৰাট ঘটনাৰ ৰহস্য এটাহে উদ্‌ঘাটন কৰিলে। তেওঁ যেন এজন অতি সুদক্ষ তদন্তকাৰী বিষয়া। তাৰ পিচত হঠাতে তেওঁ আকৌ এবাৰ মৰাশটোৰ ওচৰলৈ গ'ল আৰু ৰিচমণ্ডৰ কপালত হাত দি চালে। মৃতকৰ শৰীৰটো সাপৰ গাৰ দৰেই ঠাণ্ডা। তাৰ পিচত মেইনাৰলৈ চাই সুধিলে ঃ—

"এই ঘটনা কেতিয়া হ'ল বাৰু?"

"কালি ৰাতিপুৱাই জাহাজতেই এইটো হ'ল।"

"তেওঁৰ কি অসুখ হৈছিল?"

"যিমানদূৰ সম্ভৱ হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ মোৰ স্বামীৰ মৃত্যু হৈছে।"

"তেনেহ'লে এই মৃত্যুৰ কথা আপোনালোকে কেলেই গুপুত কৰিবলৈ চেষ্টা কৰিছে সেই কথা ভাঙি ক'বনে?"

মেইনাৰে ভাবিলে যে সকলো কথা খুলি কোৱাৰ বাহিৰে আন উপায় আৰু নাই। মানুহজনো একেবাৰে বেয়া যেন লগা নাই। এখেত হয়তো এণ্টন কৰ্ফে পঠিওৱা ডাক্তৰজনো হ'ব পাৰে। মৃত্যুৰ চাৰ্টিফিকেটখন লিখিবৰ কাৰণেই হয়তো সকলো কথা এখেতে খৰচি মাৰি সুধিছে। মেইনাৰে এইবোৰ ভাবিলে যদিও খুলি একো কথাকেই ক'ব নোৱাৰিলে।

তাৰ পিচত লোমাৰেই আকৌ নীৰৱতা ভঙ্গ কৰি সুধিলে—"মই আপোনাক সহায় কৰিবলৈহে আহিছো। সেইবাবেই আপুনি মোৰ প্ৰশ্নৰ উত্তৰ দিব লাগিব। আপুনি বাৰু কওকচোন আপোনাৰ স্বামীৰ মৃত্যুৰ কথা এতিয়ালৈকে আপোনাৰ বাহিৰে আন কোনে জানিছে?"

"কোনেও জনা নাই।"

"মৃতদেহটো এনেকৈ লৈ আহিবলৈ আপোনাক কোনে সহায় কৰিছে?"

"মোৰ চাকৰকেইজনে। ড্ৰাইভাৰজনেও লাগি ভাগি দিছিল।"

"তেওঁলোকৰ কোনোবাই ৰিচমণ্ডৰ মৃত্যুৰ কথা জানে নেকি?"

"কোনেও নেজানে।"

"ৰিচমণ্ডৰ লগত আন কাকো কথা পাতিবলৈ সুবিধা নিদিয়াকৈ আপুনি কেনেকৈ মৃতদেহটো ইয়ালৈ আনিলে?"

মেইনাৰৰ গাটো অলপ জিকাৰ খাই উঠিল। ক্ষন্তেক পিচতেই তেওঁ ক'লে—"মোৰ স্বামী চিৰৰুগীয়া। চকা লগোৱা চকীখন নহ'লে তেওঁ ক'তো চলাফুৰাই কৰিব নোৱাৰে। গতিকেই তেওঁৰ সেই অৱস্থাৰ কাৰণে মোৰ এই কাৰ্যত বেছি দিগ্‌দাৰি হোৱা নাছিল। অৱশ্যে আনুষঙ্গিক বহুত অসুবিধাৰ সন্মুখত যে পৰা নাছিলো সিও নহয়।"

"আপুনি কওকচোন বাৰু তেওঁক জীৱিত বুলি ফাকি দি ইয়ালৈ এনেকৈ লৈ অহা আপোনাৰ উদ্দেশ্য কি?"

"সেই কথা আপোনাক কেলেই?"

আগন্তুকে কলে—"মোক তেনেহ'লে আপুনি ভিতৰলৈ আহিবলৈ দিলে

কেলেই?”

“আপুনি আহিব বুলি মই ভবা নাছিলো।”

“কোন আহিব বুলি আশা কৰিছিল অনুগ্ৰহ কৰি মোক ক'বনে?”

“মোৰ দেউতা এণ্টন কৰ্ফ আহিব বুলি ভাবিছিলো।”

“আপোনাৰ স্বামীৰ মৃত্যুৰ কথা আপোনাৰ দেউতাই জানে নেকি?”

“নেজানে। সেইকাৰণেই তেওঁৰ কাৰণে মই অপেক্ষা কৰি আছিলো। এতিয়া কি কৰা উচিত হ'ব সেই কথা দেউতাক সুধি কৰিম বুলি ভাবি আছিলো।”

“অ', সেইয়েই নেকি? তেনেহ'লে এতিয়া আপুনি কি কৰিম বুলি ভাবিছেনো?”

“সেইটো আপুনিহে জানে।”

“মইহে জানো? আপুনি কি কথা কৈছে? সেই কথা মই কেনেকৈ জানিম? মোৰ লগত তাৰ সম্পৰ্কইবা কি আছে?”

উত্তেজিত হৈ মেইনাৰে কৈ গ'ল—“মোক আৰু একো কথা নুসুধিব। সেইবোৰ মই একো নেজানো। মই কোনো কথাই নেজানো, মই বৰ ক্লান্ত। আপুনি ইয়াৰ পৰা ওলাই যাওক। সকলো কথা বৰ জটিল হৈ পৰিছে। আপুনি কেনেকৈ মোৰ কোঠালিৰ ভিতৰলৈ সোমাই আহিল? আপোনাক কোনে ইয়ালৈ মাতিছে?.......... আপুনি কোন?”..........

মানুহজনে এইবাৰ মুখৰ বৰণ সলনি কৰি ক'লে—“মই সঁচাকৈয়ে দুখিতঃ যে আপোনাক আমনি কৰিবলৈ মই আহিবলগীয়া হৈছে। পিচে আপোনাক এইখিনিতে কথা এটা কৈ থ'ব খোজো। আপুনি এই ঘৰ এৰি এতিয়া কলৈকো যাব নোৱাৰিব। মই এতিয়া ডিষ্ট্ৰিক্ট এটৰ্নীৰ অফিচলৈ সকলো খবৰ দিম।”

“কিন্তু আপুনি কোন? কেলেই ইয়ালৈ আহিছে?”

“মোৰ নাম মাৰ্টিন লোমাৰ বুলি আগতেই আপোনাক কৈছো। মানহাট্টনত থকা হত্যাকাণ্ড আদি সম্পৰ্কে অনুসন্ধান কৰা ডিটেক্টিভ বিভাগৰ মই কেপ্টেইন।”

ডিটেক্টিভৰ নাম শুনি মেইনাৰৰ মূৰ ঘূৰাই যোৱা যেন লাগিল। গোটেই ঘৰটোৱেই যেন কঁপিবলৈ ধৰিছে। বেৰবোৰ যেন লৰিবলৈ ধৰিছে। চিলিংখন আহি যেন এতিয়া মূৰৰ ওপৰতে পৰিবহি। মেইনাৰৰ গা থক্ থক্কৈ কঁপিবলৈ

ধৰিলে। কঁপনিত যাতে বাগৰি নপৰে সেই কাৰণে পালেঙৰ খুৰা এটাত ভালদৰে ধৰি ল'লে। তাৰ অলপ পিচত মনত যথেষ্ট সাহস গোটাই লৈ আকৌ লোমাৰক সুধিলে ঃ—

"আপুনি কেনেকৈ এই খবৰ পালে? আপুনি মোৰ ইয়ালৈ আহিছেই বা কেলেই?"

"যোৱা ৰাতি আপোনাৰ স্বামীৰ জঠৰ দেহা আৰু আপোনাৰ অতি আচৰিত ধৰণৰ ব্যৱহাৰ দেখি ড্ৰাইভাৰজনৰ মনত সন্দেহৰ উদ্ৰেক হ'ল। আজি ৰাতিপুৱা আপুনি বেলেগ কাম দিয়ে নেকি সুধিবলৈ আহি দেখিলে যে ঘৰৰ চাকৰ-নাকৰ সকলোৱেই সেই একে সন্দেহকেই কৰিছে। সেই কাৰণে ইয়াৰ পৰা গৈ তেওঁৱেই এই কথাৰ সম্ভেদ মোক দিলে।"

মেইনাৰৰ ভৰি নিশকতীয়া হৈ আহিল। তেওঁ আৰু থিৰেৰে থিয় দি থাকিব নোৱাৰা হ'ল। লাহেকৈ বিছনাত বাগৰি পৰিল· কোটৰ জেপত দুয়োখন হাত ভৰোৱা অৱস্থাতেই মাৰ্টিন লোমাৰ তাত থিয়হৈ একেথৰে মেইনাৰলৈ চাই থাকিল। তেওঁ মন কৰিলে যে মেইনাৰে দুখ-বেজাৰত আত্মসংযম হেৰুৱাই পেলাইছে।

তাৰ অলপ পিচতেই দুয়োটা ওঁঠ কামুৰি কান্দোন বন্ধ কৰি মেইনাৰে ক'বলৈ ধৰিলে ঃ—"মোৰ অজস্ৰ ধন-সম্পত্তি আছে। আপোনাৰ পুলিচ বিভাগত থকা ধনৰ পৰিমাণতকৈও অধিক সম্পত্তি আছে।"

লোমাৰে উত্তৰ দিলে—"আপুনি এইবোৰ কি গাইছে। আপুনি এক বিৰাট ভুল কৰিবলৈ ওলাইছে যেন পাওঁ।"

"ভুল নহয়, আপোনাক ভেটি দিব খুজিছো।" তাকেই কৈ মেইনাৰে উচুপি উচুপি কান্দিবলৈ ধৰিলে। তাৰ পিচত থোকাথুকি মাতেৰে আকৌ ক'বলৈ ধৰিলেঃ—"মই আৰু একো কথাকেই ভাবি নোপোৱা হৈছো। মই একোকেই বুজা নাই দেখোন।..........উস্ ভগৱান..........এয়া মোৰ কি হ'ল। মোৰ জীৱনলৈ কেতিয়াও এনেকুৱা অৱসাদ অহা নাছিল। এনেকুৱা ক্লান্ত হৈ পৰা নাছিলো......।"

লোমাৰে ক'লে—"আপুনি যদি সঁচাকৈয়ে জিৰণি বিচাৰিছে, তেনেহ'লে মোক সকলো কথা সোনকালেই পৰিষ্কাৰকৈ কৈ পেলাওক। আপুনি কোৱা কথাই যদি সঁচা হয় তেনেহ'লে আপোনাৰ ভাবিবলগীয়া একোকেই নাই। আৰু

যদি আপুনি মিছা কৈছে তেনেহ'লে জীৱনত শান্তি, জিৰণি এইবোৰ কি বস্তু বুজিবলৈ আৰু সময়কেই নেপাব।"

"কিন্তু আপুনি মোক এইবোৰ কথা তেনেকুৱাভাৱে কেলেই কৈছে? মইতো একো দোষ কৰা নাই!"

"সেইটো তদন্ততহে ওলাব।"

"মই মোৰ স্বামীক কেতিয়াও হত্যা কৰা নাই।"

"আপুনি হত্যা কৰা বুলিয়েইবা আপোনাক কোনে ক'লে? সেই কথা দেখোন উত্থাপনেই হোৱা নাই।"

তাৰ পিচত মাৰ্টিন লোমাৰ টেলিফোনটোৰ ওচৰলৈ গ'ল। ডায়েলখন ঘূৰাই দি পুলিচ পৰিদৰ্শক ষ্টাৰ্লিং কেনক বিচাৰিলে আৰু তেওঁৰ লগত ভালেখিনি কথা পাতিলে।

*　　　　*　　　　*

টেলিফোন পোৱাৰ প্ৰায় আধাঘণ্টা পিচত পুলিচৰ দল এটাৰ সৈতে পুলিচ পৰিদৰ্শক উপস্থিত হ'লহি। বিৰাট ঐশ্বৰ্যশালী ৰিচমণ্ডৰ কোঠালি মুহূৰ্তৰ ভিতৰতে যাত্ৰা পাৰ্টি বা চাৰ্কাছ কৰা ঠাই যেন লগা হ'ল। চাৰিওফালে চাকৰ-নাকৰৰ ঘূৰা ফিৰা, ফুচ ফুচনি। চাৰিওফালে অজস্ৰ পুলিচৰ পহৰা। পোছাক পিন্ধা দুজন চিপাহীয়ে ঘৰৰ প্ৰধান দুৱাৰখনত পহৰা দি থাকিল। বিভাগীয় ফটোগ্ৰাফাৰে আৱশ্যকীয় সকলো বস্তুৰেই ফটো তুলি ল'লে। লগত অহা ডাক্তৰে ৰিচমণ্ডৰ হৃদযন্ত্ৰ পৰীক্ষা কৰি চালে। চি. আই. ডি. বিভাগৰ সাধাৰণ পোছাকত অহা বিষয়াসকলো প্ৰথমে কোঠালিটো আৰু তাৰ পিচত গোটেই ঘৰটো তন্ন তন্নকৈ তালাচ কৰিলে। মেইনাৰৰ হেণ্ডবেগটোও খুব ভাল দৰে পৰীক্ষা কৰি চালে। তাৰ পিচত নানা তৰহৰ বস্তু জব্দ কৰি জব্দনামা লিখিলে আৰু প্ৰত্যেকতেই বেলেগ বেলেগ লেবেল লগালে।

এখন টেবুলত বহি পৰিদৰ্শক ষ্টাৰ্লিং কেন আৰু কেপ্টেইন লোমাৰে কিবা কিবি দৰ্কাৰী কাগজ-পত্ৰ পঢ়ি চোৱাত ব্যস্ত। মাজে মাজে দুয়ো-বিশেষ মনোযোগেৰে কিবা কিবি আলোচনাও কৰিছে। মেইনাৰলৈ কোনেও কাণষাৰেই কৰা নাই। এচকুত বহি লৈ বেচেৰীয়ে ভয়তে কঁপিছে। কিহৰ পৰা কি হ'লগৈ সেই কথা তেওঁ ভাবি ভাবি অস্থিৰ। তেওঁৰ ভাবনাৰ আতিগুৰিয়েই হেৰাই

গৈছে। মুহূৰ্তৰ ভিতৰতে সকলো হৈ গ'ল। তেওঁ একো উৰাদিহেই নেপালে।

অলপ সময়ৰ পিচত কোনোবা এজনে মেইনাৰক হাতত ধৰি থিয় কৰাই দিলে। লগে লগে ফটোগ্ৰাফাৰৰ স্নেপ আৰু ফ্লেচ্‌চটত কোঠালিটো চিক্‌মিকাই গ'ল। বিভিন্ন দিশৰ পৰা ফটো তোলাৰ পিচত কোনোবাই তেওঁক পৰিদৰ্শক কেনৰ মুখামুখিকৈ বহুৱাই দিলে। শুভ্ৰ বগা ধৰণৰ কাপোৰ পিন্ধা নাৰ্ছ এজনীয়ে চকীখনেৰে সৈতে ৰিচমণ্ডক কোঠালিটোৰ পৰা বাহিৰলৈ লৈ গ'ল। মেইনাৰে নীৰৱ দৰ্শক হৈ শেষ বাৰৰ কাৰণে চালে। চকীখন ঠেলি নিয়াৰ লগে লগে ডাক্তৰজনে পুলিচ পৰিদৰ্শকক ক'লে—"প্ৰাথমিক পৰীক্ষা কৰাৰ পিচত আজি সন্ধিয়াই মই এখন প্ৰতিবেদন পঠিয়াম। তাৰ পিচত মৰণোত্তৰ পৰীক্ষা হোৱাৰ পিচত আন এখন পঠিয়াম।"

মৰাশটো নিয়াৰ লগে লগে কোঠালিটো প্ৰায় জন-শূন্য হৈ পৰিল। পোছাক পিন্ধা পুলিচৰ লোকসকল, ডাক্তৰ, নাৰ্ছ আৰু অন্যান্য বিষয়াসকল মুহূৰ্তৰ ভিতৰতে কোঠালিৰ পৰা এটা এটাকৈ ওলাই গ'ল। তাত থাকিল এখন চকীত মেইনাৰ আৰু তেওঁৰ সন্মুখত দুখন চকীত পৰিদৰ্শক কেন আৰু কেপ্তেইন লোমাৰ। তেওঁলোকৰ মাজত ব্যৱধান হিচাপে থাকিল সৰু মেজ এখন।

পৰিদৰ্শক কেনে হাত দুখন জপাই লগ লগাই লৈ হাতযোৰ কৰাৰ নিচিনা কৰি কিলাকুটি দুটা মেজত ভেজা দি নিমাত হৈ মেইনাৰৰ ফালেই চাই থাকিল।

মেইনাৰে পৰিদৰ্শকজনক সূক্ষ্মভাৱে লক্ষ্য কৰিলে। মানুহজনৰ বয়স প্ৰায় পঞ্চাশ বছৰ মান হৈছে। গাৰ গঠন বেছ সুঠাম। চকু দুটা সৰু কিন্তু উজ্জ্বল। চুলি পকিবলৈ লৈছে। হাতৰ আঙুলিত সোণৰ আঙঠি এটা জিলিকি আছে। আঙঠি দেখিলে মনত হয় যে সেইটো হয়তো বিয়াৰ সময়তেই ঘৈণীয়েকে উপহাৰ দিয়া। আঙঠিটোৰ কথাকেই মেইনাৰে ভালেখিনি সময় ভাবিলে। সেইটো তেওঁৰ হাতত কিমান দিনৰ পৰা আছে বাৰু? হয়তো পোন্ধৰ বছৰ—নতুবা বিশ বছৰ।

পৰিদৰ্শকজনেই প্ৰথমে কথা আৰম্ভ কৰিলে। তেওঁৰ মাত-কথা বেছ নম্ৰ আৰু ব্যৱহাৰ বন্ধুৱৎ। তেওঁ কি কৈছে অতি মনোযোগেৰে সৈতে শুনিবলৈ মেইনাৰে চেষ্টা কৰিলে। কিন্তু মাত্ৰ আধাখিনিহে তেওঁৰ কাণত পৰিল........."আপোনাৰ বিপক্ষে সাক্ষী হিচাপেহে ব্যৱহৃত হ'ব পাৰে।" তাৰ

পিচত আকৌ আন এষাৰ কথাৰো আধাখিনিহে তেওঁ শুনিলে..........."উকীল ধৰিব পাৰে।"

মেইনাৰে ষ্টাৰ্লিং কেনৰ চকুলৈ চালে। চকুকেইটাৰ পৰা তেওঁ যেন বুজিলে যে বিষয়াজনক বিশ্বাস কৰিব পৰা হ'ব। তাৰ পিচত ক'লে—

"এটা চিগাৰেট খাবৰ বৰ মন গৈছে।" জেপৰ ভিতৰত চেপেটা খাই যোৱা চিগাৰেটৰ বাহটো ষ্টাৰ্লিং কেনে মেইনাৰৰ আগত দিলে। মেইনাৰে এটা চিগাৰেট উলিয়াই ল'লে। বাহটোৰ লগতেই চিগাৰেটটোও বেছ বেঁকা হৈ গৈছিল। আঙুলিৰে চেপি চেপি মেইনাৰে সেইটো পোন কৰি আকৌ আগৰ নিচিনা কৰিলে আৰু জুইশলাৰ কাঠি এটা জ্বলাই চিগাৰেটটো জ্বলালে। বিষয়া দুজনে একেথৰে তেওঁলৈকে চাই থাকিল।

অলপ পিচত পৰিদৰ্শকজনে সুধিলে ঃ—

"আপুনি এতিয়া কিছু সুস্থ হৈছেনে বাৰু?"

মেইনাৰে মূৰ দুপিয়ালে।

"আমি সোধা কেইটামান প্ৰশ্নৰ উত্তৰ দিবনে?"

মেইনাৰে আকৌ মূৰ দুপিয়ালে।

"তেনেহ'লে কওকচোন আপোনালোকৰ বিয়া হোৱা কিমান দিন হ'ল?

"মাত্ৰ কেই সপ্তাহ মানহে হৈছে।"

"সঠিককৈ কওকচোন কেই সপ্তাহ হৈছে?"

"মোৰ ঠিক মনত নপৰে। মোৰ মনেৰে জুনৰ শেষৰ নতুবা জুলাই মাহৰ প্ৰথম সপ্তাহতেই হ'ব।"

"বিয়াৰ দিনটো কইনাজনীয়ে ইমান সোনকালে পাহৰি যায়নে?"

"জাহাজত আহি থকা অৱস্থাতেই আমাৰ বিয়া হৈছিল। তাৰ বহুদিন আগৰে পৰাই আমি জাহাজেৰে আহিয়েই আছিলো। গতিকেই বিয়াৰ তাৰিখটো ক'তো মই লিখি থোৱা নাই।"

"সেই কথা বন্ধ বা উৎসৱৰ বেলিকা ক'লেহে খাতে। বিয়াৰ কথা মানুহে এনেকৈ পাহৰে নেকি?"

মেইনাৰে ভাবিলে যে পৰিদৰ্শকে হয়তো তেওঁ বিপাঙত পেলাবলৈহে

উপৰা উপৰিকৈ এই প্ৰশ্ন কৰিছে। গতিকেই কথাৰ গতি সলনি কৰিবলৈ হঠাতে তেওঁ পৰিদৰ্শকক সুধিলে "আপোনাৰ কেতিয়া বিয়া হৈছিল বাৰু?"

"১৯২৮ চনৰ ৪ জুলাইৰ দিনা। সেইদিনা বুধবাৰ আছিল। সেইদিনা প্ৰায় গোটেই দিনটোৱেই বৰষুণ দি আছিল। মাজতে অৱশ্যে আবেলি ক্ষন্তেক পোহৰ হৈছিল। সেই সুবিধাতেই ফটোবোৰ লোৱা হৈছিল।"

মেইনাৰে মনতে ভাবিলে যে পৰিদৰ্শক এটা বিষয়ত জয়ী হ'ল।

পৰিদৰ্শকে আকৌ সুধিলে—"ৰিচমণ্ডৰ লগত আপোনাৰ প্ৰথম সাক্ষাৎ কেনেকৈ হ'ল।

"তেওঁ নাৰ্ছ এজনী বিচাৰিছিল। মই সেই কামৰ প্ৰাৰ্থী আছিলো।"

"ৰিচমণ্ড যে অতি সম্পত্তিশালী লোক সেই কথা তেতিয়া জানিছিল নে।"

"অলপ দিনৰ ভিতৰতেই সেই কথা মই ভালদৰেই বুজি উঠিলো।"

"মৃতদেহটো জাহাজৰ পৰা ইযালেকে এনেকৈ ফাকি দি কেলেই লৈ আহিছিল?" এই প্ৰশ্নটো পৰিদৰ্শকজনে অতি সাধাৰণভাৱেই সুধিলে। তেওঁ নেদেখুৱালে যে ইয়াত বিশেষ কিবা গুৰুত্ব আছে।

মেইনাৰে একো উত্তৰ নিদিলে।

পৰিদৰ্শকে ক'লে—"সেই কথাৰ উত্তৰ নিদিয়ে কেলেই?"

"এই প্ৰশ্নৰ জবাব মই নিদিওঁ।" এই কথা কওঁতে মেইনাৰে আশা কৰিছিল যে বিষয়াজনে হয়তো জোৰ পূৰ্বক প্ৰকৃত কথা তেওঁৰ পৰা উলিয়াব। তেওঁ কিন্তু আৰু একো নুসুধি বেলেগ কথাহে পাতিলে।

"আগতে আন কাৰোবাৰ লগত আপোনাৰ বিয়া হৈছিল নেকি?"

"নাই।"

"আপোনাৰ লৰা-ছোৱালী আছে নেকি?" এই দুটা প্ৰশ্ন কৰাৰ উদ্দেশ্য কি মেইনাৰে একো বুজিব নোৱাৰিলে। পৰিদৰ্শকজনে কথাৰ চলতে আন কিবা বে-গ সন্ধানৰ বাবে চেষ্টা কৰিছে নেকি বাৰু?

"স্বামীৰ মৃতদেহটো আপুনি কি কৰিব খুজিছিল? আগতে ভালদৰে একো পৰিকল্পনা নকৰাকৈ এইদৰে শটো আনি বিপদত পৰিবলৈ আপোনাক কিহে পাইছিল?"

মেইনাৰে হাঁহিবলৈ চেষ্টা কৰা যেন দেখা গ'ল। মুখেৰে কিন্তু একো নক'লে।

"আপোনাৰ নিজস্ব কিবা টকা-পইচা আছেনে নাই?"

"নাই।"

"বয়স?"

"চৌত্ৰিশ।"

"জন্মস্থান?"

"জাৰ্মানীৰ হামবাৰ্গ চহৰ।"

আপুনি জাৰ্মান দেশীয় ছোৱালী হৈয়ো দেখোন বেছ বঢ়িয়া ইংৰাজী কৈছে। বহুত ধন্যবাদ। এতিয়া বাৰু কওকচোন আপুনি আগতে কেতিয়াবা আমেৰিকালৈ আহিছিল নেকি?"

"নাই অহা। এই বাৰেই প্ৰথম।"

"আপুনি বাৰু স্বামীক কেলেই হত্যা কৰিলে?"

হঠাতে বিষয়াজনে এই প্ৰশ্ন সুধিলে। এই প্ৰশ্ন শুনি মেইনাৰ বহি থকা চকীখনৰ পৰা উঠিল। তাৰ পিচত থোকাথুকি মাতেৰে ক'লে—"মই শপত খাই কৈছো তেওঁক মই কেতিয়াও হত্যা কৰা নাই।"

ভালদৰে বহিবলৈ পৰিদৰ্শকজনে তেওঁক ইংগিত দিলে।

"আপুনি উত্তেজিত নহ'ব। মই অনুমানতহে এই কথা সুধিছো। ডাক্তৰৰ পৰা মৰণোত্তৰ পৰীক্ষাৰ প্ৰতিবেদন নোপোৱালৈকে আপোনাৰ স্বামীৰ মৃত্যুৰ কাৰণ কোনেও জনাটো সম্ভৱপৰ নহয়। ৰিচমণ্ডক কোনোবাই হত্যা কৰিছেনে সাধাৰণভাৱেহে মৃত্যু হৈছে সেই কথা ডাক্তৰৰ প্ৰতিবেদনতেই প্ৰকাশ পাব।"

মেইনাৰ আকৌ চকীখনত বহিল। প্ৰকৃতিস্থ হ'বলৈ তেওঁ চেষ্টা কৰিলে। তাৰ পিচত পৰিদৰ্শকজনলৈ নোচোৱাকৈয়ে তেওঁ ক'লে—"মোৰ উকীল সন্মুখত নেথাকিলে আৰু এষাৰ কথাও মই আপোনালোকক নকম।"

"আপুনি উকীল ধৰাতো উচিত হ'ব বুলি আমিও ভাবো।"

মেইনাৰে আকৌ কৈ উঠিল—

"তেওঁক মই হত্যা কৰা নাই।"

"সজ্ঞানে হয়তো তেওঁক আপুনি হত্যা কৰা নাই। তেওঁ হয়তো বিছনাতেই মৰি আছিল। সেই কথালৈ আমি এতিয়াও অহাই নাই। কিন্তু মৃত অৱস্থাত মৰাশটো তেনেকৈ নথৈ এই কাৰ্যত লিপ্ত হোৱাটোৱেই আপোনাৰ প্ৰধান দোষ হ'ল। তেওঁক সেই অৱস্থাতেই তাতে এৰিব লাগিছিল।"

এই বুলি কৈয়েই মেইনাৰলৈ নোচোৱাকৈয়ে পৰিদৰ্শক বহাব পৰা উঠি কেবিনৰ বাহিৰলৈ গ'ল। মাৰ্টিন লোমাৰো চকীৰ পৰা উঠি যাবলৈ ওলাল। তেওঁ ইংগিত দি মেইনাৰক ক'লে যে, তেৰোঁ যেন লগে লগে আহে। মেইনাৰৰ প্ৰতি লোমাৰৰ বৰ পুতৌ হ'ল। তেওঁ মেইনাৰক ক'লে—"আপুনি আমাৰ লগত থানালৈ যোৱাটোৱেই ভাল হ'ব। ইয়াত থাকিলে সাংবাদিক আৰু অন্যান্য মানুহৰ প্ৰশ্নত আপুনি জীয়াতু ভুগিব লাগিব। তাত এই বিপদে আপোনাক নেপায়।"

মেইনাৰে বুজিলে যে থানালৈ যোৱাৰ বাহিৰে তেওঁৰ গত্যন্তৰ নাই, গতিকেই দুয়ো লাহে লাহে ঘৰৰ পৰা ওলাই আহি বাহিৰত থকা সেউজীয়া ৰঙৰ পুলিচৰ গাড়ীখনত উঠিলহি।



## (এঘাৰ)

পিচদিনাই মেইনাৰক আদালতত হাজিৰ কৰা হ'ল। বিচাৰকে মেইনাৰক সুধিলে তেওঁ উকীল ধৰিব নেকি। যদি নিজৰ উকীল নাই তেনেহ'লে চৰকাৰৰ পক্ষৰ পৰা উকীল দিয়া হ'ব বুলিও জনালে। মেইনাৰে কথাটো ভাবি চাই থিৰাং কৰিলে যে এণ্টন কৰ্ফক দেখা কৰাৰ আগতে এই বিষয়ে মতামত একো নিদিয়াই ভাল হ'ব। সেই কাৰণে নিজেই উকীল ধৰিব বুলি আদালতক জনালে। এণ্টন কৰ্ফনো কেতিয়া আহি তেওঁক এই বিপদৰ পৰা ৰক্ষা কৰেহি সেই কথাকেই বেচেৰীয়ে ভাবিবলৈ ধৰিলে।

চৰকাৰী পক্ষৰ হৈ সহকাৰী জিলা এটৰ্ণীয়ে যুক্তি-তৰ্ক আগবঢ়াই আদালতক ক'লে যে বৰ্তমান অৱস্থাত মেইনাৰক জামিনত এৰি দিয়া উচিত নহ'ব। মেইনাৰৰ হৈ ক'বলৈ কোনো নাছিলেই। গতিকেই তেওঁক হাজোতলৈ প্ৰেৰণ কৰা হ'ল।

তদন্তৰ কাৰণে মেইনাৰক পুনৰ পুলিচৰ তত্ত্বাৱধানত ৰাখিবলৈ ইতিমধ্যে আদালতৰ পৰা হুকুম লোৱা হৈছিল। সেইমতেই প্ৰায় এঘণ্টামান পিচতেই বাকী থকা জবানবন্দী ল'বৰ কাৰণে তেওঁক ষ্টাৰ্লিং কেনৰ অফিচলৈ লৈ যোৱা হ'ল। তালৈ গৈ মেইনাৰে গম পালে যে পৰিস্থিতি তেওঁৰ অনুকূল নহয়। চাৰিওফালে যেন বিপদৰ সংকেত।

নতুন নতুন ধৰণৰ মানুহ আহি তেওঁৰ ওচৰ চাপিল। পুলিচ বিভাগৰ আঙুলিৰ ছাপ লোৱা বিষয়া এজনে আহি তেওঁৰ হাতৰ আঙুলিৰ ছাপ ল'লে। লগতে বিষয়াজনে ক'লে যে গতানুগতিক তদন্তৰ কাৰণেহে এই ছাপ লোৱা হৈছে। আন মানুহ কিছুমানে বৰ ব্যস্তভাৱে ইফালে সিফালে অহা-যোৱা কৰিছে। ইতিমধ্যে আন দুজন বিষয়া আহি তেওঁক কিবা কিবি সুধি গ'ল। টেলিফোনৰ ক্ৰিং ক্ৰিং শব্দই কোঠালিটোত যেন বাদ্যযন্ত্ৰহে মুৰ্ছনা তুলিছে। মেইনাৰৰ

মনলৈ এই আটাইবোৰ কথাই বৰ বিশদৃশ যেন লাগিল। তেওঁ বাৰু ইয়াত কি কৰিছে? এণ্টন কৰ্ফ নেথাকিলে তেওঁ অকলে কি কৰিব বাৰু? ষ্টাৰ্লিং কেনৰ টেবুলত বন্ধাই থোৱা কেইবাখনো ফটো মেইনাৰে দেখিলে। সেই ফটোবোৰ কাৰ হ'ব পাৰে তেওঁ ভাবিলে। কেনৰ ল'ৰা-তিৰোতাৰেই ফটো হ'ব নিশ্চয়। কেনৰ ঘৈণীয়েকজনীকেই যদি এবাৰ লগ ধৰিব পাৰিলেহেঁতেন! তিৰোতা মানুহ হিচাপে এই বিপদৰ কথা তেওঁক নিশ্চয় বুজাই ক'ব পৰা গ'লহেঁতেন আৰু নিশ্চয় সহানুভূতিও দেখুৱালেহেঁতেন।

এইবোৰ ভাব সাগৰত ডুব গৈ থাকোঁতেই হঠাতে মেইনাৰে দেখিলে যে কোঠালিটো নিজান পৰি গ'ল। সকলো হাই উৰুমি বন্ধ হৈ গ'ল। মানুহবোৰো কোঠালিটোৰ পৰা ওলাই গ'ল। ওচৰতে বহি থকা গম্ভীৰ চেহেৰাৰ ষ্টাৰ্লিং কেনে মেইনাৰলৈ চাই ঘূৰি বহিল। কেৰাণী এজনে টাইপ ৰাইটাৰত বগা কাগজ এখন ভৰাই টাইপ কৰিবলৈ সাজু হৈ ৰ'ল। খিৰিকিৰে চাই মেইনাৰে দেখিলে যে অলপ আঁতৰত এঘৰ মানুহৰ চোতালত এজনী মাইকী মানুহে গা ধোৱা কাপোৰ তাঁৰত মেলি আছে। মেইনাৰৰ বাহিৰে আনে অৱশ্যে তেওঁলৈ মন কৰা নাছিল।

ষ্টাৰ্লিং কেনে কথা আৰম্ভ কৰিলে "এইফালে চাওকচোন বাৰু! কালিৰ পৰা আপোনাৰ বিষয়ে আমি ভালেখিনি কথাই জানিলো। পিচে আপোনাক সুধিবলগীয়া আৰু কেবাটাও প্ৰশ্ন আছে। যি হেতুকেই আপোনাৰ উকীল লগত নাই, ইচ্ছা নহ'লে আপুনি এই প্ৰশ্নৰ উত্তৰ এতিয়াই নিদিবও পাৰে। সেই স্বাধীনতা আপোনাৰ আছে। আপুনি কালি মোক কৈছিল যে নাৰ্ছ হিচাপে জাহাজলৈ আহি ৰিচমণ্ডৰ লগত আপোনাৰ প্ৰথম সাক্ষাৎ হৈছিল। নহয় জানো?"

"হয়!"

"তাৰ আগতে ৰিচমণ্ডৰ নাম শুনিছিল নেকি?"

"নাই শুনা।"

তেনেহ'লে কওকচোন আপুনিনো কি সূত্ৰত জাহাজলৈ আহি আপোনাৰ দেউতাকক তাত পালে? এইটো বৰ বিশদৃশ কথা নহয় জানো?"

"মইতো সেই কথা কোৱা নাই।"

"মই দেখোন কৈছোৱেই আপোনাৰ বিষয়ে আমি ইতিমধ্যে বহুত কথাই জানি পেলাইছো। আপুনি এণ্টন কৰ্ফৰ জীয়েক নহয় জানো?"

মেইনাৰে অলপ ইতস্ততঃ কৰিলে। কেৰাণীজনে তেওঁলৈ একেথৰে চাই থকা মেইনাৰৰ চকুত পৰিল। তাৰ পিছত পৰিদৰ্শকৰ কথাৰ উত্তৰ দি ক'লে— "হয়।"

"তেতিয়াহ'লে তালৈ আহোতে আপোনাৰ দেউতাক জাহাজত থকা কথাটো আপুনি নেজানিছিল নেকি?"

"নেজানিছিলো।"

"হয় নেকি? আচৰিত কথা দেখোন। এতিয়া আন এটা প্ৰশ্নৰ উত্তৰ দিয়কচোন। ৰিচমণ্ডৰ সম্পত্তিৰ ভাগ ল'বলৈ যে তেওঁৰ বংশধৰ কোনো নাই, সেই কথা আপুনি জাহাজলৈ আহিবৰ সময়ত জানিছিল নেকি?"

পৰিদৰ্শক মহোদয়ে মোক ভাল ব্যৱহাৰ দেখুওৱা নাই।...... সেইবোৰ কথা আপোনাক কেলেই লাগে?"

"কেলেই লাগে আৰু কোনটো কথা সুধিব লাগে মই ভালদৰে জানো। সেই কাৰণে আপুনি মূৰ ঘমাব নেলাগে। আপুনি পোনপটীয়া উত্তৰ দিব। জাহাজলৈ আহোতে আপুনি কি নাম লৈ আহিছিল কওকচোন? এইখিনিতে এটা কথা কৈ থওঁ। আপুনি জনা উচিত যে আপুনি কোৱা প্ৰত্যেকটো কথাকেই আমি জেৰা কৰিব পাৰো আৰু সেই কথা প্ৰকৃততে সঁচা নে মিছা তাৰ প্ৰমাণৰ বাবে ইচ্ছামতে যি কোনো প্ৰশ্ন সুধিব পাৰো।"

মেইনাৰৰ বুজিবলৈ বাকী নেথাকিল যে পুলিচৰ বিষয়াই ইতিমধ্যে নিশ্চয় জাহাজৰ কৰ্মচাৰীসকলৰ জবানবন্দী লৈ সকলো কথাৰ সম্ভেদ লৈ আহিছে। সেই কাৰণে কথা লুকাবলৈ চেষ্টা নকৰি ক'লে—"মেইনাৰ নাম লৈ মই প্ৰথমে জাহাজলৈ আহিছিলো।"

"ধন্যবাদ।"

"মই কেতিয়া দেউতাৰ লগত সাক্ষাৎ কৰিব পাৰিম?"

"যিমান দূৰ সম্ভৱ অতি সোনকালেই। তেওঁ হঠাতে উৰা জাহাজেৰে

ফ্লোৰিডালৈ গ'ল। আপুনি সেই কথা নেজানে নেকি?"

"ইমান সোনকালে যে তেওঁ তালৈ যাব সেই কথা নেজানিছিলো।"

ষ্টার্লিং কেনে এবাৰ কঠোৰ দৃষ্টিৰে মেইনাৰলৈ চাই পিচমুহূৰ্ততে সুধিলে "ঘূৰি অহা প্ৰথমখন উৰা জাহাজতেই তেওঁ এইখিনি আকৌ পাবহি। তেওঁৰ লগত আমি টেলিফোনেৰে যোগাযোগ কৰি আছো। এতিয়া আন এটা কথা কওকচোন। আপোনাৰ স্বামীয়ে কৰি থৈ যোৱা উইলখনত কি লিখা আছে জানে নে?"

"নেজানো।"

"তেওঁৰ লগত সেই বিষয়ে কেতিয়াবা কিবা আলোচনা কৰিছিল নে?"

"নাই কৰা।"

"দেউতাকৰ লগত আপোনাৰ সম্বন্ধ কেনেকুৱা ধৰণৰ আছিল বাৰু?"

"সাধাৰণ ধৰণৰেই। কিন্তু আপুনি এইটো কি প্ৰশ্ন সুধিছে?"

"মোৰ মনত অতি আশ্চৰ্যৰ উদ্ৰেক হোৱাতহে এই কথা সুধিছো। ইমান দিনৰ পিচত যে হঠাতে আপুনি দেউতাকক লগ পালে সেইটোহে আচৰিত কথা। যোৱা চৌত্ৰিশ বছৰত আপুনি তেওঁক বোধকৰো একেবাৰে দেখাই নাছিল। নহয় জানো?"

মেইনাৰে একো উত্তৰ নিদিলে।

"আপুনি যদি আপোনাৰ দেউতাক জাহাজত থকাৰ কথা নেজানিছিলেই, তেনেহ'লে কেলেইনো ছদ্মনাম লৈ তালৈ গৈছিল?"

এই প্ৰশ্নত মেইনাৰ ৰঙা চঙা পৰিল। কিন্তু একো উত্তৰ নিদিলে।

"হওক, হওক। ঘটনাচক্ৰতেই বোধকৰো তেনেকুৱা হ'ল। পিচে আপুনি যদি সঁচা কথা নকয়, ঘটনা বেয়াৰ ফালেহে ঢাল খাব। আপুনিয়েই দোষী বুলি আমাৰ মনলৈ আহিব। তেতিয়া আপোনাৰহে অন্যায় হ'ব। সেই কাৰণেই খোলা কথা ক'ব। কওকচোন বাৰু কাৰ্ল ৰিচমণ্ডক দেখামাত্ৰেই তেওঁৰ লগত বিয়া সোমাম বুলি আপুনি খাটাং কৰি পেলালে নেকি?"

"অকল মোৰ সিদ্ধান্তৰ ওপৰতেই সেই কথা নিৰ্ভৰ কৰা নাছিল।"

"অ' সেয়েই নেকি? ধুনীয়া যুৱতী এজনীয়ে যে ৰুগ্ন বৃদ্ধ এজনক ইমান সহজে ভালপাই পেলাব পাৰে মই আজিহে বুজিলো।"

"মোৰ স্বামীৰ বয়স হ'লেও বৃদ্ধত্বই তেওঁক পঙ্গু কৰিব পৰা নাছিল। নিজে ভবা মতেহে তেওঁ সকলো কাম কৰিছিল। তেওঁ কৰিব খোজা কামত কোনেও বাধা দিব নোৱাৰিছিল কিম্বা আন ঘটনাচক্ৰয়ো তেওঁৰ মনৰ সিদ্ধান্তৰ সলনি কৰিব নোৱাৰিছিল।"

"সেইটো নহয় বুলি ময়ো অৱশ্যে কোৱা নাই। যি বুজা যায় তেওঁ বোধ-হয় বৰ আচৰিত চৰিত্ৰৰ লোক আছিল। তেওঁক আনে হয়তো বুজাটো কঠিনো আছিল। নহয় জানো?"

"সেই বিষয়ে আপত্তি কৰিবলগীয়া কোনো কথাৰেই মই সন্মুখীন হোৱা নাছিলো। তেখেতৰ স্বভাৱ-চৰিত্ৰ আৰু ব্যৱহাৰ মোৰ অনুকুলেহে আছিল।"

"মই এতিয়াহে বুজিছো। আপোনাৰ স্বামী অতি বৃদ্ধ আৰু ঐশ্বৰ্যশালী আছিল। উচ্চাভিলাষী যুৱতী এজনীৰ কাৰণে সেইটো প্ৰকৃততে বৰ লোভনীয় পৰিবেশেই আছিল।"

"কিন্তু মোৰ স্বামী হয়তো আৰু বহুদিন জীয়াই থাকিলেহেঁতেন।"

তেনেহ'লেনো কেলেই তেওঁ মৰি থাকিল?"

"সেই কথা জানিবলৈ মোৰ কোনো উপায়েই নাই।"

"আপোনাৰ ব্যৱহাৰে অৱশ্যে মোক অলপ বিৰক্তিকেই দিছে। মৰণোত্তৰ পৰীক্ষাতনো কি পোৱা হ'ল সেই কথা আপুনি এতিয়ালৈকে মোক সোধা নাই।"

মেইনাৰে একো উত্তৰ নিদিলে। ষ্টাৰ্লিং কেনে আৰু কিবা কয় নেকি বুলি অপেক্ষা কৰি থাকিল।

"মেমচাহেব, আপুনি জানেনে যে আপোনাৰ স্বামীক কোনোবাই হত্যা কৰিলে?"

মেইনাৰৰ মূৰত যেন আকাশী স্বৰগহে ভাঙি পৰিল। তেওঁ নিৰ্বাক নিস্পন্দ হৈ বহি থাকিল। কোঠালিটো নিস্তব্ধ। টাইপ ৰাইটাৰৰ খট্ খট্ শব্দ বন্ধ কৰি

কেৰাণীজনেও মেইনাৰৰ মুখলৈ চালে। বাহিৰত কাপোৰ মেলি থকা তিৰোতাজনী ইতিমধ্যে তাৰ পৰা গৈছে। মেলি থৈ যোৱা কাপোৰকেইখন বতাহত লৰিচৰি আছে।

অৱশেষত মেইনাৰে শোকাভিভূতা হৈ সুধিলে—"মোৰ স্বামীক কোনোবাই হত্যা কৰিছে? কোনে? কোন সেই পাষণ্ড? তেওঁক মাৰি কাৰ কি লাভ হ'ব বাৰু?"

"মোৰ বোধেৰে সেই প্ৰশ্নৰ উত্তৰ আপুনিহে ভাল দৰে দিব পাৰিব। তেওঁৰ মৃত্যুতনো আপোনাৰ বাহিৰে আৰু আন কাৰ কি লাভ হ'ব?"

"কিন্তু ই বৰ আচৰিত কথা। জীৱিত কালত তেওঁৰ পৰাতো পাবলগীয়া সকলোখিনিকেই মই পাই আছিলোঁ। আপুনি জানেই যে তেওঁক লগ পোৱাৰ আগতে মই অতি দুখীয়া আছিলো। তেওঁৰ লগত বিয়া সোমাইহে মই ধনবতী হ'লো। তাতকৈ মোক আৰু কি লাগিছিল?"

"আপুনি বৰ যুক্তিসঙ্গত কথা কোৱা নাই যেন পাওঁ" অলপ ইতি কিঙৰ সুৰত কেনে কৈ গ'ল।— "আপুনি নিজ মুখেই কৈ গৈছে যে টকাৰ কাৰণেহে আপুনি তেওঁৰ লগত বিয়া সোমাইছিল। আপোনাৰ ৰূপ-যৌৱন আছে। এতিয়া আপোনাৰ বয়স মাত্ৰ চৌত্ৰিশ বছৰ। ধনী-মানী, মুক্ত বিধৱা এজনীৰ কাৰণে জীৱনত আৰু বহুত উপাদেয় বস্তু আহিব। ......মুক্ত স্বাধীন ভাবৰ বিধৱা এজনীলৈ......বুজিছেনে? বৃদ্ধ স্বামীয়ে আপোনাৰ এই স্বাধীনতা খৰ্বহে কৰিলেহেঁতেন।"

খং আৰু অভিমানত মেইনাৰ মৰ্মাহত হ'ল। ৰণচণ্ডী মূৰ্তি ধৰি তেওঁ কৈ উঠিল—"আপুনি অতি জঘন্য কথা কৈছে পৰিদৰ্শক মহোদয়। সেই কথা কেতিয়াও হ'ব নোৱাৰে। মই ইমান পংকিলতালৈ কেতিয়াও যোৱা নাই। এই হত্যাকাণ্ডৰ লগত মোৰ কোনো সম্বন্ধ নাই। আপুনি মোক বিশ্বাস কৰক।"

"সেইয়েই নেকি? তেনেহ'লে আপুনিনো এনেকুৱা জুৱাচুৰি কৰি মৃতদেহটো কেলেই তেনেকৈ আনিছিল সেই কথা বুজাই ক'বনে?"

"সেই প্ৰশ্নৰ উত্তৰ এতিয়া মই আপোনাক দিব নোৱাৰিম।"

"সেই উত্তৰ আপুনি দিবই লাগিব। এতিয়া নিদিলেও সকলো কথা ভাবিচিন্তি

চাই পিচত হ'লেও সেইটো খুলি ক'ব লাগিব। ক'বলৈ আপোনাক আমি বাধ্যও কৰিম।"

অলপ প্ৰকৃতিস্থ হৈ মেইনাৰে পুনৰ সুধিলে—

"মোৰ স্বামীক কেনেকৈ হত্যা কৰিলে ক'বনে?"

"তেওঁক বিহ খুৱাই হত্যা কৰা হৈছে। ডাক্তৰৰ প্ৰতিবেদন মতে দেওবাৰৰ দিনা প্ৰত্যুষতেই তেওঁৰ মৃত্যু হৈছে বুলি কোৱা হৈছে। তাৰ পৰা ইয়াকেই বুজা যায় যে শনিবাৰে ৰাতিৰ আহাৰৰ পিচত তেওঁক কোনোবাই বিষ খুৱাইছিল। সেই সময়ত আপুনি ক'ত আছিল কওকচোন।"

কিংকৰ্তব্য বিমূঢ় হৈ মেইনাৰে উত্তৰ দিলে "তেওঁৰ লগতে একে কেবিনতেই আছিলো।"

"আপুনি থকা সময়ত ৰিচমণ্ডে বাহিৰৰ পৰা আন আহাৰ বা পনীয় কিবা খাইছিলনে?"

"মই মন কৰা নাছিলো—"মেইনাৰে ক'লে। তাৰ পিচত হঠাতে কিবা এটা মনত পৰি আকৌ ক'লে—"হয় হয়। যিমান দূৰ সম্ভৱ তেওঁ কিবা এটা খাইছিল। কিয়নো নিতৌ সন্ধিয়াতেই মই তেওঁৰ কেবিনলৈ যাওঁ। চাকৰটোৱে সদায় সুৰা বা চাহ বিস্কুট কিবা এবিধ আনে। আমি দুয়ো একেলগে তাৰে কিবা এবিধ খাওঁ।"

"সেইদিনা তেনেহ'লে আপোনালোকে কি খাইছিল?"

"চাহ খাইছিলো।"

"তাৰ স্বাদ কেনেকুৱা আছিল মনত পৰেনে?"

"চাহৰ দৰেই লাগিছিল যেন পাওঁ দেখোন।"

"বিস্কুটখিনি কেনেকুৱা পাইছিল?"

"আনদিনাৰ দৰেই লগা যেন লাগে।"

"তেনেহ'লে ৰিচমণ্ড আৰু আপুনি একে চাহ আৰু বিস্কুটকেই খাইছিল নেকি?"

"তেনেদৰে সদায়েই খাওঁ বুলি আপোনাক এবাৰ ক'লোৱেই দেখোন।"

"আপুনি অৱশ্যে কৈছে। কিন্তু এইটো কথাও ঠিক যে শনিবাৰে গধূলি ৰিচমণ্ডক বিষ খুৱাই হত্যা কৰা হৈছে। যিহেতুকেই একে বস্তু খোৱা সত্ত্বেও আপোনাৰ একো নহ'ল তাৰ পৰাই আমি অনুমান কৰিছো যে বিষখিনি বাহিৰৰ পৰা খাবলৈ অনা বস্তুত মিহলাই অনা হোৱা নাছিল। গতিকে এতিয়া আপুনি সকলো কথা স্বীকাৰ কৰি পেলোৱাটোৱেই সকলোৰে পক্ষে মঙ্গলজনক বুলি নেভাবেনে বাৰু?"

মেইনাৰে একো উত্তৰকেই দিব নোৱাৰিলে। বেচেৰীয়ে ক'বই বা কি? খন্তেক একেথৰে চাই থাকি বহি থকা চকীখনতেই তেওঁৰ চকুদুটা আধামুদা যেন হ'ল। তাৰ পিচত হঠাতে অজ্ঞান হৈ মজিয়াত মুখ পাৰি চকীৰ পৰা বাগৰি পৰিল।



# (বাৰ)

এণ্টন কৰ্ফ পিচদিনা ফ্লোৰিডাৰ পৰা উৰাজাহাজেৰে আহি নিউয়ৰ্ক পালেহি। আহিয়েই তেওঁ থানালৈ গৈ হাজিৰ হ'ল। তাৰ পৰা তেওঁক ষ্টাৰ্লিং কেনৰ অফিচলৈ লৈ যোৱা হ'ল।

এণ্টন কৰ্ফ গৈ বহিলত অকণো সময় খৰচ নকৰি কেনে আৰম্ভ কৰিলে—"কৰ্ফ ডাঙৰীয়া, আপুনি এতিয়া মোৰ কথাকেইটামানৰ উত্তৰ দিয়কচোন। মই শুনিবলৈ পাইছো যে আপোনাক আপোনাৰ পৰাকী ৰিচমণ্ডে প্ৰথমতে ১৯৩৪ চনতেই মিউনিক চহৰত কামত ভৰ্তি কৰি লয় আৰু তেতিয়াৰ পৰা আপুনি তেওঁৰ অধীনতেই কাম কৰি আছে। কথাটো সঁচানে বাৰু?"

–"সঁচা।"

"আপোনাৰ দুহিতৃৰ লগত আপোনাৰনো কেনেকৈ দেখা সাক্ষাৎ হ'ল কওকচোন।"

"হঠাতে আমাৰ দেখা দেখি হ'ল। নাৰ্ছ এজনী লাগে বুলি আমি বহু কাগজে-পত্ৰই জাননী দিছিলো। তাৰ পিচত দেখো যে হঠাতে এদিন তাই আহি আমাৰ জাহাজত উপস্থিত। তাইক দেখাৰ পিচতো মোৰ এবাৰো মনত নেখেলালে যে তাইয়েই মোৰ ছোৱালী। তাইৰ চেহেৰা এনেকুৱা সলনি হ'ল আপোনাক কি কম। সেই কথা ভাবিলে মোৰ নাটক-উপন্যাসৰ ঘটনা যেনহে লাগে।"

"তেওঁ যে আপোনাৰেই জীয়েক সেই কথানো আপুনি কেতিয়া জানিলেগৈ?"

"বিয়াৰ কেইদিন মান আগতে যাৱতীয় দলিল পত্ৰাদি ঠিক কৰিবৰ সময়তেহে সেই কথা জানিলো। বিয়াৰ বিষয়ে কাগজ পত্ৰবোৰতটো আৰু মিছা কথা লিখিব নোৱাৰি; তেতিয়াহে মেইনাৰে ক'লে যে তেওঁৰ উপাধি কৰ্ফ। তেওঁ

যে মোৰে ছোৱালী তাৰ পিচতহে সেই কথা জানিব পাৰিলোঁ। আমাৰ চেহেৰাৰ ইমানখিনি মিল কেনেকৈ হ'বলৈ পালে মই সেই কথা তেতিয়াহে উপলব্ধি কৰিলোঁ।

"তেতিয়া আপোনাৰ মনৰ অৱস্থা কেনেকুৱা হৈছিল?"

"সুধিছেহে আৰু কথাটো। অতি আচৰিত যেন লাগিল। আন আন মানুহৰ নিচিনাকৈ ডেকা কালত ময়ো দুই-এজনী ছোৱালীৰ প্ৰেমপাশত আবদ্ধ হৈছিলো। তাৰেই এজনী ছোৱালীৰ লগত হোৱা মোৰ সেই অবৈধ মিলনৰ ফলত মেইনাৰ সংসাৰলৈ আহিল। পিচে মেইনাৰক মই চোৱা-মেলা একেবাৰেই নকৰিলো। কিছুদিন পিচত সেই প্ৰেমিকাৰ ওচৰলৈ অহা-যোৱাও বন্ধ কৰি দিলো। তাৰ কিছুদিন পিচতেই কাৰ্ল ৰিচমণ্ডৰ লগত মোৰ সাক্ষাৎ হয়। তেওঁৰ অধীনত চাকৰি কৰি মই সন্তুষ্ট হ'লো আৰু অনতি বিলম্বেই মোৰ জীৱনৰ গতিও আনফালে ঢাল খালে। মেইনাৰ কোনোদিনেই মোৰ সমস্যাৰূপে থিয় নহ'লহি।"

"সেয়েই নেকি? পিচে তেওঁক প্ৰথম দেখাৰ সময়ত আপোনাৰ মনৰ অৱস্থানো কেনেকুৱা হৈছিল সেই কথা জানিবলৈ মই এতিয়াও বৰ আগ্ৰহান্বিত হৈ আছো।"

"সঁচাকৈ ক'বলৈ গ'লে আনন্দত মই আত্মহাৰা হ'লো। মেইনাৰৰ নিচিনা ধুনীয়া আৰু চতুৰা ছোৱালী এজনীৰ যে মই বাপেক সেই কথা ভাবিলেই ভাল লগা হ'ল। মেইনাৰক মই প্ৰাণ ভৰি ভাল পাবলৈ ধৰিলো।"

"কামত সোমাবলৈ আগেয়েতে ছদ্ম নাম লৈনো কেলেই তেওঁ জাহাজলৈ আহিছিল সেই কথা আপোনাৰ জীয়েকে আপোনাক কেতিয়াবা কৈছিল নে?"

"উদ্দেশ্য সিদ্ধিৰ কাৰণে সেই কথা প্ৰকাশ নকৰিবলৈ মেইনাৰ বাধ্য হৈছিল। সেই কাৰণেই যে তাইৰ লগত মোৰ সম্বন্ধ নাইকিয়া হৈ যাব সেই কথা আপুনি ভবা উচিত নহ'ব। যুদ্ধৰ বিভীষিকাই গ্ৰাস কৰা দেশ এখনত তাইৰ যৌৱনকালডোখৰ কটাবলগীয়া হ'ল। ধন-জন, আত্মীয়-স্বজন সকলোকে হেৰুৱাই বেচেৰী নিঠৰুৱা হ'ল। প্ৰহেলিকাময় জীৱনৰ পৰা উদ্ধাৰ পাবলৈ কৰা সেই চেষ্টাৰ বাবে তাইক আমি দোষাৰোপ কৰা উচিত নহ'ব।"

"কৈ যাওক কৰ্ফ ডাঙৰীয়া! শুনিয়েই ভাল লাগিছে।"

"জগতৰ অন্যান্য মহিলাই যি কৰে, তায়ো তাকেই কৰিছিল। বিয়া কৰাই সুখে-সন্তোষেৰে থাকিবলৈ তাই ইচ্ছা কৰিছিল। মেইনাৰ চতুৰা আৰু উচ্চাভিলাষী ছোৱালী। কাৰ্ল ৰিচমণ্ডৰ ব্যৱহাৰ আৰু কথাবাৰ্তাই তাইৰ মন আকৰ্ষণ কৰিলে। তদুপৰি ৰিচমণ্ডৰ বিৰাট ঐশ্বৰ্য সম্পত্তিয়েই তাইক বিমোহিত কৰিলে। দ্বিতীয়তে ময়ো যে ৰিচমণ্ডৰ চেক্ৰেটৰী আছিলো সেই কথায়ো তাইৰ মনৰ ইচ্ছাত ভালেখিনি ইন্ধন যোগালে। তাই স্থিৰ কৰি পেলালে যে এই সুবিধা এৰি দিয়া উচিত নহ'ব। তাই কিন্তু মোক সেই কথা প্ৰথমে খুলি কোৱা নাছিল। তাৰ আগতে মোৰ মনোভাব বুজি ল'বলৈ পাৰ্যমানে চেষ্টা কৰিলে। তাৰ পিচত চেগ বুজি মোক সেই কথাৰ ইংগিত দিলে। ময়ো তাইক সৰ্বান্তঃকৰণে সমৰ্থন কৰিলো। বেচেৰীক অতীত জীৱনত মই অৱহেলা কৰি যথেষ্ট অন্যায় কৰিছিলো। গতিকে এই সুবিধাটোৰ পৰা তাইক যে বঞ্চিত কৰা উচিত নহ'ব সেইকথা মই মনতে স্থিৰ কৰি পেলালো।"

"আপুনিয়েই যে মেইনাৰৰ দেউতাক সেই কথা ৰিচমণ্ডে জানিছিল নে?"

"নেজানিছিল। ৰিচমণ্ড স্বভাৱতেই সন্দেহান্বিত ব্যক্তি। সকলোকেই তেওঁ সন্দেহৰ চকুৰে চায়। সেইকথা তেওঁক ক'লে আমি সাজি কোৱা গল্প বুলিহে তেওঁ আখ্যা দিলেহেঁতেন।

"সেই কাৰণেই হ'বলা আপুনি জীয়েকৰ মেনেজাৰ হিচাপে থকাটোৱেই ভাল পালে?"

"মোৰ ছোৱালী যথেষ্ট বুদ্ধিমতী আৰু নিজৰ সকলো কথা সুন্দৰভাৱেই চম্ভালিব পাৰিব বুলি মই জানিছিলো। তথাপি মই তেওঁৰ সাৰথি হৈ থকাৰ অৰ্থ এইয়েই আছিল যাতে তাই ভুল পথে চালিত নহয়। মই এই কথা স্বীকাৰ কৰো যে ঘটনাৰ সোঁতৰ গতিবিধি লক্ষ্য কৰি মই যথেষ্ট আনন্দ পাইছিলো; আৰু সেই শুভ বিবাহৰ দিন কেতিয়া আহে তাৰ বাবে নীৰৱে আশা কৰি আছিলো।"

"আপোনাৰ গৰাকীয়ে লিখি থৈ যোৱা উইলখনত কি কথা লিখা আছিল আপুনি জানিছিলনে?"

"জানিছিলো। কাৰণ ময়েই তেওঁৰ কন্‌ফিডেন্‌চিয়েল চেক্ৰেটৰীও আছিলো।"

"উইলখনত কি লিখা আছিল তাৰ বিশদ বিৱৰণ দিব পাৰিবনে?"

"তেওঁৰ প্ৰায় সকলো সা-সম্পত্তি ৰাজহুৱা কামৰ কাৰণেই দি থৈছিল। মাত্ৰ ঠ'ত ত'ত কেইটামান সৰু সুৰা বেলেগ ট্ৰাষ্টহে আত্মীয়াকৈ কৰি থৈছিল।"

"আপোনাৰ জীয়েকে এই কথা জানিছিল নে?"

"বেচেৰীয়ে নেজানিছিল। তাই মনতে ভবি থৈছিল যে ৰিচমণ্ডৰ পৰিবাৰ যেতিয়াই সকলো সম্পত্তি তায়ে পাব। গুপ্ত সন্ধানটো দি মই তাইক চিন্তাত পেলাব খোজা নাছিলো। কাৰণ ৰিচমণ্ডে তাইৰ বাবে নতুন উইল এখন কৰি দিবলৈ ইচ্ছা কৰাৰ কথা মই জানিছিলো।......কিন্তু এই কথা আপোনাক কেলেই লাগে? কিহৰ কাৰণে এইবোৰ সুধিছে?"

"সেইবোৰ সোধাৰ বিশেষ একো কাৰণ অৱশ্যে নাই" — এই বুলি কৈয়েই ষ্টাৰ্লিং কেন ক্ষন্তেক চিন্তান্বিত হ'ল। তাৰ পিচত আকৌ কৈ গ'ল—"আগৰ উইলখন থাকিলেও নিউয়ৰ্কৰ নতুন ষ্টেট আইন মতে ঘৈণীয়েক হিচাপে সম্পত্তিৰ আধাখিনি তেওঁ দেখোন এনেয়ে পালেহেঁতেন।"

"সেই কথা মই নেজানিছিলো।"

"তথাপি আপুনি কওকচোন বাৰু উইলখনত আপোনাৰ বাবে কিমান সম্পত্তি আত্মীয়াকৈ ৰখা হৈছিল?"

"বিশ হেজাৰ ডলাৰ মূল্যৰ সম্পত্তি।"

"ৰিচমণ্ডৰ পৰম হিতৈষী এই বিষয়াজনৰ কাৰণে সেই সম্পত্তি দেখোন নিচেই তাকৰীয়া হ'ব যেন লাগিছে।"

"আপুনি নেভাবিব যে মই বিষয়াজনৰ জীৱন লৈ খেলা কৰিছিলো। মোৰ নিজৰ অৱস্থা যথেষ্ট স্বচ্ছল। তদুপৰি বেলেগ বেলেগ ব্যৱসায়ৰ লাভৰ অংশ হিচাপে ৰিচমণ্ডে মোক ভালেখিনি দিছিল। মোৰ বেতনো দিছিল যথেষ্ট সৰহ।"

"কৰ্ফ ডাঙৰীয়া; সঁচাকৈ কওকচোন ৰিচমণ্ডৰ মৃত্যুৰ বাবে কোন দায়ী বুলি আপোনাৰ মনত ভাব হয়?"

"সেই বিষয়ে মোৰ একো ধাৰণাই নহয়। তেওঁ বৰ খিঙখিঙিয়া স্বভাৱৰ

মানুহ আছিল। চাকৰ-নাকৰ আৰু কৰ্মচাৰীসকলক বৰ বেয়া ব্যৱহাৰ কৰিছিল। তেওঁৰ চাকৰবোৰৰ ভিতৰতেই কেইবাজনো বৰ দুষ্ট চৰিত্ৰৰ মানুহ আছিল। সততে কুব্যৱহাৰ পাই অহাৰ কাৰণে ৰিচমণ্ডক হত্যা কৰিবলৈ সিহঁতৰ কোনোবা দুই-এজনৰ ইচ্ছা হোৱাটো স্বাভাৱিক।”

“আপুনি দেখিছো নিৰীহ চাকৰকেইটাক দোষী বনাই ঘটনাটো তেনেই উজু কৰি পেলাব খুজিছে। এই হত্যাকাণ্ডৰ প্ৰধান নায়িকা আপোনাৰ সুন্দৰী জীয়েকেই বুলি আপোনাৰ বিশ্বাস নহয়নে বাৰু?”

“আপুনি কি কথা কৈছে? ই কেতিয়াও সম্ভৱ হ’ব নোৱাৰে। মই আপোনাক আগেয়ে কৈছো যে মেইনাৰ অতি চতুৰা ছোৱালী। তাই ৰিচমণ্ডৰ লগত বিয়া হ’বৰ বেছি দিনেই হোৱা নাছিল। বিৰাট কোটিপতিৰ স্ত্ৰী হিচাপে জগতৰ মানুহে যে তাইক ঈৰ্ষাৰ চকুৰে চাব সেই কথা তাই ভালদৰেই জানিছিল। সেই অহংকাৰৰ অধিকাৰিণী হৈ সমগ্ৰ জগতৰ মানুহৰ আগত বুকু ফিন্দাই থিয় হোৱাৰ সুবিধা এটা নলৈ গিৰীয়েকক হত্যা কৰি নিজৰ নাক কাটি সতীনিৰ যাত্ৰা ভংগ কৰিবলৈ মোৰ ছোৱালী কেতিয়াও নেযায়। তাই সিমান বুৰ্বক নহয়।”

‘আপুনি আপোনাৰ ছোৱালীক বচাবলৈ চোৱাটো অৱশ্যে স্বাভাৱিক। পিচে কওকচোন আপুনিনো নিউয়ৰ্কৰ পৰা ফ্লোৰিডালৈ ইমান দৌৰাদৌৰিকৈ কেলেই গ’লগৈ?”

“ৰিচমণ্ডৰ একমাত্ৰ বিশ্বাসী কৰ্মচাৰী হিচাপে তেওঁৰ হৈ কৰিবলগীয়া বহুত জৰুৰী কাম আছিল। গতিকেই মই ইয়াত থকাৰ প্ৰশ্নই উঠা নাছিল।”

“তেনেহ’লে আপোনাৰ জীয়েৰনো’জাহাজৰ পৰা ইয়ালৈকে মৃতদেহটো ফাকি দি কেলেই লৈ আহিছিল?”

“সেই কথা মই নেজানো। আনৰ মুখে ওলোৱা কথাবোৰহে মই শুনিছো। সেইবোৰ উৰা বাতৰিও হ’ব পাৰে। গতিকে ছোৱালীৰ লগত দেখা সাক্ষাৎ নোহোৱালৈকে সেই প্ৰশ্নৰ উত্তৰ আপোনাক দিব নোৱাৰিম।”

“কিন্তু আপুনি বুজিছেনে যে আপুনি আইনৰ কবলত পৰিছে আৰু সেইবাবেই ইচ্ছামতে ঘূৰি ফুৰিবও নোৱাৰিব?”

"সেই কথা মই বুজিছো। পিচে কেতিয়া মই মেইনাৰক দেখা কৰিব পাৰিম?"

"কাইলৈ তাৰ বন্দবস্ত কৰি দিম।"

"তাইৰ কাৰণে মই উকীল এজন মাতি পঠিয়াব পাৰোনে?"

"তেওঁ যদি ইচ্ছা কৰে তেতিয়াহ'লে নিশ্চয় পাৰিব।"

"তাইলৈ মই কিবা বস্তু পঠিয়াব লাগিব বুলি কৈছেনে বাৰু?"

"আপুনিনো আৰু কি পঠিয়াব? আপোনাৰ শুভেচ্ছাকেই পঠিয়াওক। সেই শুভেচ্ছাত হয়তো আপোনাৰ জীয়েক জয়ীও হ'ব পাৰে।"

* * * *

ষ্টাৰ্লিং কেনে কোৱামতেই পিচদিনা এণ্টন কৰ্ফক মেইনাৰৰ লগত সাক্ষাৎ কৰিবলৈ দিয়া হ'ল। মেইনাৰৰ ওচৰলৈ আহি তেওঁৰ চেহেৰা দেখি কৰ্ফ বৰ আচৰিত হ'ল। এদিনৰ ভিতৰতেই বেচেৰী যথেষ্ট ক্ষীণাই শুকাই গৈছে। গাৰ বৰণ ক'লা পৰিল। টেবুলৰ ওপৰত কিলাকুটিৰে ভৰ দি বৰ বিষণ্ণ মনে মেইনাৰ চকীখনত বহি আছে। মাজে মাজে কঁপনিত গোটেই গা লৰি উঠিছে। মুখৰ চেহেৰাৰ পৰাই বুজা যায় যে এক বিৰাট মানসিক সংঘাতত বেচেৰীয়ে চাটি ফুটি কৰি আছে। তেওঁৰ লগত কথা আৰম্ভ কৰাৰ আগতেই কৰ্ফে কোঠালিটো অতি সূক্ষ্মভাৱে নিৰীক্ষণ কৰি ল'লে। চুকে কোণে বা দুৱাৰৰ পিচত আনকি টেবুলৰ খুঁটাকেইটাও ভালদৰে পৰীক্ষা কৰি ল'লে। সকলো চাই চিতি যেতিয়া দেখিলে যে কতো একো বাহিৰা বস্তু নাই তেতিয়াহে এটা স্বস্তিৰ নিশ্বাস পেলালে। তেওঁৱেই প্ৰথমে কথা আৰম্ভ কৰি ক'লে—"চি, আই, ডি বিভাগৰ মানুহে ক'ৰবাত লুকাই মেলি মাইক্ৰফন বা শব্দ গ্ৰাহক আন কিবা যন্ত্ৰপাতি থোৱা বুলি মই ভাবিছিলো। পিচে দেখিছো তেনেকুৱা একো বস্তু থোৱা নাই। ইয়াত এতিয়া আন মানুহো নাই। তুমি পিচে এতিয়া মনত সাহস গোটাব লাগিব। চহৰৰ আটাইতকৈ ভাল উকীলজনকেই মই বন্দবস্ত কৰি থৈ আহিছো। অতি সোনকালেই তোমাক জামিনত উলিয়াই নিব পৰা হ'ব।"

"তেওঁবিলাকে বিশ্বাস কৰিছে যে মইয়েই ৰিচমণ্ডৰ হত্যাকাৰিণী। পিচে কওকচোন বাৰু ৰিচমণ্ডক কোনে হত্যা কৰিছে। তাৰ কাৰণেই বা কি হ'ব

পাৰে?"

"মোৰ দৃঢ় বিশ্বাস হৈছে যে তেওঁৰ কোনোবা এজন চাকৰেই এই কাৰ্য কৰিলে। তেওঁ সিহঁতক সদায় অতি জঘন্য ব্যৱহাৰ কৰিছিল। গতিকে মই ভাবিয়েই আছিলো যে এনেকুৱা কাণ্ড এটা এদিন নোহোৱাকৈ নেথাকে। তথাপি হত্যাকাৰীক বিচাৰি উলিয়াবই লাগিব।"

"আপুনি কথা দিয়া মতে ঘৰলৈ মোক লগ ধৰিবলৈ নাহিল কেলেই বাৰু?"

"তুমি দেখোন জানাই যে উইলখন লিখি ঠিক ঠাক কৰি আদালতত দিব-লগীয়া হৈ আছিল। তাতেই যথেষ্ট সময় লাগিল। তাৰ পিচত ঘৰলৈ আহি দেখিলো যে চাৰিওফালে মানুহ আৰু অজস্ৰ পুলিচটেকেলা। সেইবোৰ দেখি মোৰ বুজিবলৈ বাকী নেথাকিল যে ঘটনাই নিশ্চয় বেলেগ ৰূপ ধাৰণ কৰিলে। তোমাৰ সম্পত্তিৰ ঠিক ঠাক কৰিবলৈও মই যথেষ্ট দৌৰাদৌৰি কৰিবলগীয়া হ'ল। সেই বাবেই ফ্লোৰিডালৈ উৰাজাহাজেৰে যাবলগীয়াতো পৰিলো। কিন্তু তোমাৰ ওপৰত মই অধিক বিশ্বাসেৰে দায়িত্ব আৰোপ কৰিছিলো বুলিহে মোৰ মনটো আহিছে। মোক লগ পোৱাৰ আগতে আনৰ লগত এইবোৰ কথা একেবাৰে নক'বা বুলি মই তোমাক বাৰে বাৰে বাধা দিছিলো। কিন্তু তুমি এইবোৰ কি কৰি পেলালা?"

"মইনো কি কৰিম? বাৰ্ণচে যেতিয়া আহি খবৰ পঠিয়ালে যে এজন ভদ্ৰলোকে মোক দেখা কৰিবলৈ আহিছে মই ভাবি ল'লো যে আপোনাৰ বাহিৰে সেইজন আন কোনো নহয়। সেইবাবেই তেওঁক আহিবলৈ দিলোঁ।"

"তথাপি কোননো আহিছে সেই কথাটো এবাৰো তুমি নুসুধিলা কেলেই? তুমি ইমান সুদক্ষতাৰে মৰাশটো জাহাজৰ পৰা আনি এইখিনি পোৱালাহি, কিন্তু এই সাধাৰণ প্ৰশ্ন এটা কৰি মানুহজননো কোন সেই বিষয়ে জানিবলৈ নিবিচাৰি বিৰাট ভুল এটা কৰি পেলালা।"

"কিন্তু বাৰ্ণচে যে নানাৰকম প্ৰশ্ন কৰি মোক ব্যতিব্যস্ত কৰি তুলিলে। তেনেকুৱা অৱস্থাত মাইকী মানুহ হিচাপে মোৰ মনোবলেই বা কিমান? পুলিচৰ লোকসকলে মোক বাৰে বাৰে প্ৰশ্ন কৰিলে মৰাশটো কেলেই জাহাজৰ পৰা

এনেকৈ ফাকি দি অনা হ'ল। মই এই প্ৰশ্নৰ উত্তৰ কি দিম বাৰু?"

"আটাইতকৈ ডাঙৰ কথাটো এতিয়া হৈছে সেইটোৱেই।" কথাষাৰ কৈ কৰ্ফ অতিকৈ চিন্তান্বিত হ'ল। তাৰ পিচত দুয়োটা ওঁঠ কামোৰ মাৰি ধৰি তললৈ মুখ কৰি বহি থাকিল। হঠাতে মুৰটো ডাঙি কিবা এটা আৱিষ্কাৰ কৰাৰ স্ফূৰ্তিত এটা হাঁহি মাৰি মেইনাৰৰ ওচৰলৈ আহি দুয়োখন হাতেৰে তেওঁৰ দুবাহুত ধৰি জোকাৰি দি ক'লে—"সেই কথাটোৰ উত্তৰ দিয়াৰ এটাহে মাত্ৰ উপায় আছে। সেইটোৱেই হৈছে প্ৰকৃত কথাটো পুলিচক কৈ দিয়াটো। গতিকেই তুমি ইন্সপেক্টৰক কৈ দিয়া যে এই মৃত্যুৰ কথা তুমি জাহাজতেই গম পাইছিলা। ৰিচমণ্ডে তোমাৰ কাৰণে যে এখন নতুন উইল কৰি গৈছিল সেই কথাও জানিছিলো বুলিয়েই ক'বা। নতুন উইলখনৰ প্ৰবেটৰ হুকুম হোৱাৰ আগতে ৰিচমণ্ডৰ মৃত্যু হোৱা কথা ওলাই পৰিলে সকলো পণ্ড হৈ যাব বুলি ভাবি সেই ভয়তেই এই কথা গোপন কৰা হৈছিল বুলি কৈ দিবা।"

"কিন্তু তেওঁবিলাকৰ দৃঢ় বিশ্বাস যে মইহে ৰিচমণ্ডক হত্যা কৰিছো।"

"ৰিচমণ্ডৰ মৰাশটো জাহাজৰ পৰা কেনেকৈ কঢ়িয়াই অনাৰ বিশ্বাসযোগ্য কাৰণ এটা দেখুৱাব নোৱাৰালৈকে তেওঁবিলাকে তেনেকুৱাই ভাবিব। গতিকে তুমি এতিয়া অধৈৰ্য নহ'বা। তুমিতো ৰিচমণ্ডক কেতিয়াও হত্যা কৰা নাই। নিউয়ৰ্কৰ পুলিচ অতি পাকৈত। তদন্ত কৰিবলৈ বহুত চতুৰ বিষয়া আছে। গতিকে প্ৰকৃত হত্যাকাৰীক তেওঁলোকে অনতি বিলম্বেই ধৰা যে পেলাব সেই কথা ধুৰুপ। তোমাৰ প্ৰতি যে প্ৰকৃততে অন্যায় কৰা হৈছিল সেই কথা সকলোৱে বুজিব। উইলৰ সম্পত্তি যাতে তোমাৰ বাহিৰে আন কোনেও নেপায় সেইবাবে তোমাৰ উকীলসকলে চেষ্টা কৰিব। তেতিয়া দেখিবা যে পৃথিৱীৰ ভিতৰতেই তুমি এজনী ধনী তিৰোতা হৈ পৰিছা।"

"সেইবোৰ বাৰু পিচত হ'ব। কিন্তু মোক কেতিয়া ইয়াৰ পৰা এৰি দিব?"

"সম্প্ৰতি নিদিয়ে বুলি ধৰা। হত্যাকাণ্ডৰ আচামী হিচাপে তোমাক অভিযুক্ত কৰা হৈছে। গতিকে তুমি যদি পুলিচৰ আগত সকলো কথা ভাঙি পাতি বুজাই দিয়া, তেনেহ'লে তোমাৰ জামিনৰ বাবে মই লাগিম। পুলিচে মোকো হয়তো গ্ৰেপ্তাৰ কৰিব। কিন্তু তোমাক সহায় কৰিবলৈকে মই মুক্ত হৈ থকাটো উচিত

নহ'ব জানো?"

"মোৰ কাৰণে ইমানখিনি কৰিবলৈ ওলোৱাৰ কাৰণে আপোনাক ধন্যবাদ জনাইছো"—মেইনাৰে ক'লে। মুখত এটা হাঁহি বিৰিঙাই কৰ্ফে ক'লে "দেউতাক হ'লে এইবোৰ দায়িত্ব ল'ব লাগিবই।"

এণ্টন কৰ্ফৰ লগত সাক্ষাৎ কৰাৰ পিচত মেইনাৰে মনত যথেষ্ট বল পালে। কৰ্ফে ঠিক কথাই কৈ গ'ল। তেওঁ হত্যাকাৰিণী নহয়েই যেতিয়া অনৰ্থক ভয় কৰাৰ কোনো যুক্তিয়েই থাকিব নোৱাৰে। তদুপৰি কৰ্ফে কোৱামতে কাম হ'লে দেখোন সকলো সম্পত্তি তেওঁ পাবই। গতিকে কোন পথে আগবঢ়া উচিত সেইটো খাটাং কৰি পেলোৱাই ভাল হ'ব।

পিচদিনা ৰাতি পুৱাই ষ্টাৰ্লিং কোনে মেইনাৰক মাতি পঠিয়ালে। এইবাৰ তেওঁ কেনৰ অফিচলৈ বুকু ফিন্দাই সোমাই গ'ল। এইবাৰ যে কাঠে কাঠে পৰিব সেই বিষয়ে তেওঁ নিশ্চিত। দোষী নহয়েই যেতিয়া কেনৰ প্ৰশ্নত ভয় খাবলগীয়া আছেই বা কি। তথাপি কেনৰ ওচৰলৈ যাওঁতে মেইনাৰে নিজৰ মনৰ ভাব প্ৰকাশ কৰি নেদেখুৱালে। জেপৰ পৰা পেকেটটো উলিয়াই ভাজ লগা চিগাৰেট এটা কেনে মেইনাৰলৈ আগবঢ়ালে। মেইনাৰে চিগাৰেটটো জ্বলাই ল'লে। কেনে আৰম্ভ কৰিলে ঃ—

"আজি আপোনাৰ গা-মন ভালনে বাৰু?"

"ধন্যবাদ। আজি যথেষ্ট ফৰকাল লাগিছে।"

"আপুনি নিশ্চয় বুজিছেই যে সঁচা কথাটো কৈ দিয়াই আপোনাৰ বাবে মঙ্গলজনক হ'ব। ঘটনাই যি ৰূপ লৈছে আপুনি কিন্তু বিপদত পৰিব যেন পাওঁ। আমি পোৱা সাক্ষ্য প্ৰমাণমতে আপুনিয়েই দোষী বুলি সদ্যহতে ওলাইছে।"

"প্ৰকৃত কথাটো ক'বলৈ মই সাজু আছো।" এই উত্তৰত ষ্টাৰ্লিং কেনে আচৰিত হৈ মেইনাৰলৈ ক'লে—"তেনেহ'লে শুৰিৰে পৰা সকলো কথা খৰচি মাৰি কৈ যাওক। কওঁতে যথেষ্ট সময় লাগিলেও কোনো কথা নাই।"

খেকাৰি এটা মাৰি মেইনাৰে ডিঙিটো পৰিষ্কাৰ কৰি লৈ ক'বলৈ আৰম্ভ কৰিলে ঃ—

"শৈশৱ কালত আয়ে মোক দেউতাৰ কথা সদায়েই কৈছিল। দেউতাই

আইক এৰি যোৱাৰ পিচৰ পৰাই অৱশ্যে তেখেতনো ক'ত আছে সেই কথা আয়ে নেজানিছিল। কিন্তু অৰ্থনৈতিক ক্ষেত্ৰত যে তেখেতে বিৰাট সাফল্য লাভ কৰিছিল সেই কথা আয়ে মোক প্ৰায়েই কৈছিল। খবৰ কাগজত ওলোৱা নানা তৰহৰ আশ্চৰ্যজনক বাতৰিৰ পৰা আয়ে বুজিছিল যে দেউতাই ৰিচমণ্ড নামৰ বিৰাট ঐশ্বৰ্যশালী লোক এজনৰ লগত বিশেষ গুৰুত্ব থকা কিবা চাকৰিত আছে। দেউতাই কিন্তু আইলৈ সেই বিষয়ে কোনো কথাই জনোৱা নাছিল। ইতিমধ্যে মহাযুদ্ধৰ বিভীষিকাই পৃথিৱী আগুৰি ধৰিলে। মহাযুদ্ধত মই ধন-জন, আত্মীয়-স্বজন সকলোকে হেৰুৱালো। অকলশৰীয়া অৱস্থাত অৰ্থনৈতিক দুৰ্য্যোগত পৰি অনুবাদিকাৰ কাম এটাত সোমালো। তাত দৰমহা পাইছিলো নিচেই তাকৰ। ভৱিষ্যৎ বুলিবলৈ নাছিলেই। তাতে যুদ্ধৰ পিচত দেশৰ অৱস্থা আছিল অতিকৈ জুৰুলা। অৱশেষত জীৱিকা নিৰ্বাহৰ বাবে পথ নেদেখি যি কোনো উপায়েই নহওক দেউতাক বিচাৰি উলিয়ামেই বুলি দৃঢ়-প্ৰতিজ্ঞ হ'লো। দেউতাক পালে মোৰ দায়িত্ব তেখেতে যে ল'ব সেই কথা মই জানিছিলো। ইতিমধ্যে বাতৰি কাকতত দেখিলো যে লাকি নামৰ জাহাজখন নিউয়ৰ্ক অভিমুখে যাত্ৰা কৰিছে। চাকৰিৰ পৰা কিছুদিনৰ ছুটী লৈ জাহাজখন লগ ধৰিবলৈ কেন্‌চৰ উপকূল পালো গৈ। ওচৰ-পাঁজৰৰ মানুহৰ লগত কথা-বতৰা হোৱাৰ পিচত গম পালো যে ৰিচমণ্ড চাহেবে নাৰ্ছ এজনী ল'ব খুজিছে। গতিকেই সেই কামৰ কাৰণে দৰখাস্ত এখন দিলো।"

তেনেহ'লে তেতিয়ালৈকে বিয়া সোমাব বুলি আপোনাৰ মনত কোনো ধাৰণাই হোৱা নাছিল নেকি?"

"সেই বিষয়ে একো ভবাই নাছিলো। জাহাজত গৈ কেনেকৈ চাকৰিটো ল'ব পাৰো সেই বিষয়েই ভাবি আছিলো। কামত সোমোৱাৰ পিচতেই থিৰাং কৰি পেলালো যে মই জাহাজতেই থাকি যাম।"

"কৈ যাওক।"

"এণ্টন কৰ্ফনো কেনেকুৱা ধৰণৰ মানুহ সেই কথাটোৰেই প্ৰমাণ চাবলৈ মই কেইবাদিনো যত্ন কৰিলো। তেওঁৰ পৰানো কি সহায় পাম সেই কথা তেতিয়াও একো ভবাই নাছিলো। তথাপি বুজিবলৈ বাকী নেথাকিল যে দেউতাতকৈ ৰিচমণ্ডৰ পৰাহে মোৰ সৌভাগ্যৰ উদয় হোৱাৰ আশা বেছি।

ৰিচমণ্ডৰ ব্যৱহাৰ পাতি বৰ কঠুৱা ধৰণৰ আছিল যদিও মই মন কৰিলো যে তেওঁ বৰ ভাবপ্ৰৱণ। কৰ্কশ হৃদয়ৰ অন্তৰালত যে ভালেখিনি কোমলতা আছে সেই কথা মই ভালদৰেই উপলব্ধি কৰিলো। তেওঁ যে মানুহৰ লগত বন্ধুত্ব ভাল পাই সেই কথা বুজিবলৈ বাকী নেথাকিল। গতিকেই ময়ো তেওঁৰ লগত অতি বন্ধু ভাবেৰেই চলন ফুৰণ কৰিবলৈ ধৰিলো। সেই সময়ত যে আমাৰ মাজত ভালপোৱাৰ উদ্ৰেক হৈছিল সি নহয়। সেইটো দেখাত সম্ভৱপৰো নাছিল। ছোৱালীক ভাল পোৱা বয়স তেওঁৰ উকলি গৈছিল। ময়ো সেই ভাব কেতিয়াও মনলৈ আনিব নুখুজিছিলো। তথাপি মই মন কৰিলো যে আনক কটু ব্যৱহাৰ কৰিলেও ৰিচমণ্ডে মোক কেতিয়াও তেনেকুৱা কৰা নাছিল। অতি মৰমৰেই তেওঁ মোক গ্ৰহণ কৰিলে। কোনো কথাতেই কেতিয়াও সামান্য খঙো মোক নকৰিছিল। গতিকেই তেওঁ প্ৰথমে বিয়াৰ প্ৰস্তাৱ দিয়াৰ লগে লগেই মই তাত সন্মাতি জনালো। তেওঁৰ পৰা মই এটা ফুটা কড়ি পৰ্যন্তও আজিলৈ হাত কৰা নাই। তেওঁ মোক অন্তৰ ভৰি ভালপাবলৈ ধৰিলেই যেতিয়া টকা-পইচাৰে মই কৰিমেই বা কি? গতিকে তেওঁৰ অন্তৰৰ ভাল পোৱাৰ অধিকাৰিণী হৈ মই জানো তেওঁক হত্যা কৰাৰ কথা আপোনালোকে ভাবিব পাৰে?”

সেই বিষয়ে আমি পিচতো কথা হ'ম। এণ্টন কৰ্ফৰ লগত আপোনাৰনো কেনেকুৱা সম্বন্ধ ঘটিছিল তাকেই সম্প্ৰতি কওকচোন বাৰু!”

“আমাৰ সম্বন্ধ খুব ভাল ধৰণৰেই আছিল। ৰিচমণ্ডে যেতিয়া মোক বিয়া কৰাবলৈ ইচ্ছা কৰিলে, তেতিয়া এণ্টন কৰ্ফে চিনাক্তকৰণৰ কাৰণে সকলো কাগজ পত্ৰ মোৰ পৰা খুজিলে। তেতিয়াই মই নিজৰ পৰিচয় দিবলৈ বাধ্য হ'লো। সকলো কথা ওলাই পৰিলত কৰ্ফেও মোক সহায় কৰিবলৈ উঠি পৰি লাগিল।”

“হয় নেকি?......এতিয়া আপোনাৰ স্বামীৰ মৃত্যুৰ আগতে হোৱা ঘটনাৱলীৰ বিষয়ে দুই-এটা কথা কওকচোন বাৰু!”

“মই শপত খাই কৈছো কেন ডাওৰীয়া! ৰিচমণ্ডক কোনোবাই হত্যা কৰা বুলি জানিলে মই কেতিয়াও মৃতদেহটো জাহাজৰ পৰা তেনেকৈ ফাকি দি লৈ নাহিলোহেঁতেন।”

“আপুনি কি ক'ব খুজিছে? এতিয়াও ফাকিৰ জালকেই তৰি থাকিব নেকি?”

"মই ফাকি দিয়া নাই। ৰিচমণ্ডৰ লগত মোৰ দেখাদেখি হোৱাৰ বহুদিন আগতেই তেওঁ উইল এখন কৰি থৈছিল। বিয়াৰ পিচতেই আহি নিউয়ৰ্ক পোৱাৰ মাত্ৰ কেইদিনমান আগতে আগৰ উইলখন নাকচ কৰি মোৰ নামে সকলো সম্পত্তি লিখি দি আন এখন উইল তেওঁ কৰিছিল। সেইখন সাক্ষীৰ সন্মুখত তেওঁ চহীও কৰিছিল। প্ৰকৃততে দেউতাৰ বুদ্ধি অনুসাৰেই সেই উইলখন ৰিচমণ্ডে কৰি দিছিল। দেউতাই মোক ক'লে যে নিউয়ৰ্ক পোৱাৰ লগে লগেই প্ৰবেটৰ কাৰণে আদালতত উইলখন দাখিল কৰিব লাগিব।

"স্বামীৰ মৃত্যুত আন কাৰোবাৰ হাত থাকিব পাৰে বুলি মই ঘূণাক্ষৰেও ভাবিবই পৰা নাছিলো। স্বাভাৱিক মৃত্যুৰ মুখত পৰা বুলিয়েই ভাবিছিলো। ইফালে তেওঁৰ জীৱিত অৱস্থাতেই উইলখন দাখিল নকৰিলে যে মই অসুবিধাত পৰিম সেই কথাও জানিছিলো। গতিকেই এদিনৰ কাৰণে স্বামীৰ মৃত্যুৰ খবৰ গোপনে ৰাখিবলৈ চেষ্টা কৰিছিলো।

"মৃতদেহটো তেনেকৈ আনিনো কি কৰিব খুজিছিল?"

"এজন ডাক্তৰ আনি মৃত্যুৰ কাৰণ লিখাই চাৰ্টিফিকেট এখন ল'লোহেঁতেন।"

"আপোনাৰ মতিভ্ৰম হৈছে নেকি বাৰু? মানুহজন কিমান সময়ৰ আগতে মৰিল সেই কথা ডাক্তৰজনে নেজানিবই নেকি?"

"সেইটো ডাক্তৰজনৰ ওপৰতহে নিৰ্ভৰ কৰে।"

"হোঁ, সেয়ে নেকি? সেই মূৰ্খ ডাক্তৰজননো ক'ত পাম বুলি আশা কৰিছিল?"

"দেউতাই এই কাৰ্যত সহায় কৰিলেহেঁতেন।"

"তাৰ মানে মৃত্যুৰ কথা তেখেতেও জানিছিল নেকি?"

"দেউতাই নেজানিছিল। তথাপি বিপদৰ কথা জানিলে দেউতাই মোৰ উদ্ধাৰৰ কাৰণে সকলো কৰিলেহেঁতেন। যি কোনো উপায়ে এই বিপদৰ পৰা তেওঁ মোক বচালেহেঁতেন।"

"সেই কাৰণেই মাৰ্টিন লোমাৰ সোমাই যোৱাৰ সময়তো আপোনাৰ দেউতাক অহা বুলিয়েই ভাবি আছিল নেকি?"

"হয়।"

তাৰ পিচত ভালেখিনি সময় দুয়ো নীৰৱে থাকিল। টেবুলখনলৈ চাই ষ্টার্লিং কেনে কিবা ভাবি বহি ৰ'ল। কথবোৰ কৈ যাওঁতে যেন ক'ৰবাত কিবা অলপ খোকোজা লাগিছে মেইনাৰৰ তেনেকুৱা লাগিছিল। কিন্তু প্ৰকৃততে কি হৈছিল সেই কথা তেওঁ যেন নেজানে। অৱশেষত ষ্টার্লিং কেনেই কথা আৰম্ভ কৰি ক'লে ঃ— "উইল সম্বন্ধে যি কৈছে সেই কথা প্ৰকৃততে সঁচানে বাৰু? নে আৰু বেলেগ কিবা কব'লগীয়া আছে?"

"মই সঁচা কথাই কৈছো।"

"কথা-বতৰাৰ পৰাতো আপোনাক যথেষ্ট চতুৰা মহিলা যেনেই লাগে। বহুত বাহিৰা কথাও আপুনি জানে যেন অনুমান হয়। পিছে উইল যে আদালতত দাখিল নহলেও তামাদি নহয় সেই কথা নেজানে নেকি?

"আপুনি কি কৈছে?"

"আইনৰ কথাকেই কৈছো। উইল কৰা লোকজন আৰু তিনিজন সাক্ষীয়ে চহী কৰিলেই উইলখন কার্যকৰী হয়।"

"আপোনাৰ কথা মই একো বুজা নাই।"

"বুজিবলৈনো থাকিলেই কিটো? ৰিচমণ্ডে উইল কৰাই নাছিল। এই বিষয়ে আমি তদন্ত কৰিলোৱেই। ৰিচমণ্ডৰ উকীল কিংবা বেংকাৰ কোনোৱেই এই উইলৰ কথা একো নেজানে। গতিকে আপোনাৰ ইমান গোৱা বোৱাবোৰ এনেয়ে গ'ল।"

অজানিতভাৱেই মেইনাৰে হাত দুখন ডাঙি ডিঙিটো মোহাৰিলে। কিবা কিছুমান কথা যেন তেওঁ মনত পেলাবলৈ চেষ্টা কৰিছে তেনেকুৱা যেন লাগিল। তাৰ পিচত অলপ উত্তেজিত সুৰেৰে ক'বলৈ ধৰিলে ঃ— "সেইটো কেতিয়াও হ'ব নোৱাৰে। সি অসম্ভৱ। এই উইলখন এতিয়াও আছে। এই বিষয়ে মই দেউতাৰ লগত প্ৰায়েই কথা হৈছিলো। মোৰ স্বামীৰ প্ৰাইভেট চেক্ৰেটাৰী হিচাপে তেওঁ ৰিচমণ্ডৰ সকলো কথাৰে খবৰ পাইছিল। দেউতাক সুধিলেই আপুনি সেই কথা জানিব পাৰিব। দেউতাৰ উপদেশ মতেহে মই স্বামীৰ মৃত্যুৰ কথা গোপন কৰিছিলো" ......এই বুলি মেইনাৰে উচুপিবলৈ ধৰিলে।

"হয় নেকি? আচল কথা এতিয়াহে ওলাইছে। হেৰি, আপুনি কান্দিছে কেলেই? নেকান্দিব। অলপ প্ৰকৃতিস্থ হ'বলৈ চেষ্টা কৰক। আপোনাৰ দেউতাক দেখোন অতি চতুৰ ব্যক্তি। আইন সম্বন্ধীয় কথা তেওঁ নজনা নহয়। পিচে কেলেই সেই ভুলটো কৰিলে?......উস্ আপুনি নেকান্দিবচোন! ঘটনাটো কেনেকৈ হ'ল কওকচোন বাৰু! নহ'লে আপোনাৰ দুৰ্বলতাৰ আশ্ৰয় লৈ আনে হয়তো আপোনাক প্ৰতাৰণাহে কৰিব।"

"মই আপোনাক সঁচা কথাহে কৈছো। তাৰ বাহিৰে আপোনাক ক'বলগীয়া আৰু একো নাই......দেউতাক মই কেতিয়া দেখা কৰিব পাৰিম বাৰু?"

"অধৈৰ্য নহ'বচোন। দেউতাকৰ লগত দেখা কৰাৰ সুবিধা মই আপোনাক দিম। আপুনি অলপ বিশ্ৰাম লৈ কিছু সুস্থ হওক। সকলো কথা আকৌ ভাবি চাওক-লগতে মই আন এটা প্ৰশ্নও সুধিম। সেই প্ৰশ্নৰ উত্তৰ ঠিক কৰি থওক।

"কি প্ৰশ্ন সুধিব?"

"আপুনি স্বামীক কেলেই হত্যা কৰিলে?"

এই প্ৰশ্নত মেইনাৰে আত্মসংযম হেৰুৱাই পেলালে। ৰণ-চণ্ডী মূৰ্তি ধৰি দুয়োহাতে ডাঙি ইন্সপেক্টৰক মাৰিবলৈ খেদি আহিল।

"ৰ'ব, আপুনি ইমান উত্তেজিত হৈছে কেলেই" বুলি ইন্সপেক্টৰে দুবাহুত ধৰি কোনোৰকমে মেইনাৰক আকৌ বহুৱাই থ'লে। খং, অভিমান আৰু উত্তেজনাৰ বশৱৰ্তী হৈ মেইনাৰে থক্ থক্কৈ কঁপিবলৈ ধৰিলে। সেই অৱস্থাতেই ভালেখিনি সময় তেওঁ তাত বহি থাকিল।

অলপ সময় পিচত মেইনাৰক পুনৰ হাজোতলৈ প্ৰেৰণ কৰা হ'ল। ডাক্তৰে পৰীক্ষা কৰি টোপনি অহা দৰব এটা খাবলৈ দিলে। দৰবৰ বৰিকেইটা খোৱাৰ লগে লগেই সকলো দুখ ভাগৰ পাহৰি বেচেৰীয়ে নিদ্ৰাদেৱীৰ কোমল কোলাত আশ্ৰয় ল'লে।

ৰাতিপুৱা সাৰ পাই মেইনাৰে যথেষ্ট সুস্থ বোধ কৰিলে। আগদিনাৰ উত্তেজনা যেন বহুত কমিছে। গতিকেই ইন্সপেক্টৰে সোধা প্ৰশ্নৰ উত্তৰত মেইনাৰে ক'লে যে দেউতাকক দেখা কৰাৰ আগতে তেওঁ কোনো কথা আৰু নকয়।

নানান কথাই মেইনাৰৰ মনলৈ আহিল। এণ্টন কৰ্ফে হয়তো সকলো কথা

পুলিচক ভাণ্ডি পাতি বুজাই দি মেইনাৰক মুক্ত কৰি নিবলৈ সক্ষম হ'ব। কিন্তু তেওঁতো মেইনাৰক প্ৰতাৰণাও কৰিব পাৰে। তেতিয়া কি হ'ব বাৰু?

ষ্টাৰ্লিং কেনে কথা দিয়া মতেই আবেলি মেইনাৰক বাহিৰা মানুহ দেখা কৰা কোঠালিলৈ লৈ যোৱা হ'ল। এণ্টন কৰ্ফ ইতিমধ্যে তাত আহি বহি আছিলেই। মেইনাৰে মন কৰিলে যে শব্দ গ্ৰাহক কিবা যন্ত্ৰ এটা কোঠালিটোত লুকুৱাই ৰখা হৈছে বুলি এণ্টন কৰ্ফে যথেষ্ট যত্নৱান হৈ তন্ন তন্নকৈ চাৰিওফালে চাইছে।

এণ্টন কৰ্ফেই প্ৰথমতে কথা আৰম্ভ কৰি ক'লে ঃ— "তোমাৰ কাৰণে এটা বৰ সুখৰ খবৰ আনিছো। আজি আবেলিয়েই উকীলে তোমাৰ জামিনৰ দৰ্খাস্ত দিব। নিম্ন আদালতে জামিন নিদিলে জজৰ ওচৰত দৰ্খাস্ত দিয়া হ'ব। পিচে মই কোৱা মতে কালি সকলো কাম কৰিছাতো?"

"হয়।"

"তোমাক বৰ উত্তেজিত যেন দেখিছো কিয়? কি হৈছে?"

"কি হৈছে তাকেইতো ভাবিছো। নতুন উইল দেখোন কৰাই হোৱা নাই। উকীলসকলেও হেনো এই বিষয়ে একো নেজানে।"

"সেই কথাও তুমি বিশ্বাস কৰিছানে বাৰু? কোনখন উইলৰ কথানো তুমি কৈছা? এখক নহয় কেইবাখনো উইল কৰাই আছে দেখোন।"

সৰ্বশেষত কৰা উইলখন। সেই উইলখনকেইটো দাখিল কৰিব লাগে বুলি আপুনি মোক কৈছিল।"

"সেই উইলখনৰ কথাকেই বা কেলেই।"

"মোক আপুনি পাগল কৰিব খুজিছে নেকি? সেই বিষয়ে কি কৰা হ'ল মই জানিব খুজিছো। আপুনি শিকোৱা মতে মই সকলো কথাকেই কালি কৈছো।"

"ৰ'বা, শুনাচোন। মই কোৱা সকলো কথা তুমি আকৌ অন্ধভাৱে অনুসৰণ কৰিছা নেকি?"

"ঠিক তেনেকুৱাই। আপোনাৰ প্ৰত্যেকটো কথা বিশ্বাস কৰো কাৰণে আপুনি শিকোৱামতেই মই সকলো কথা কৈছো।"

"সেইটো পিচে তুমি ভাল কৰা নাই। মোকেই বা তুমি বিশ্বাস কৰিবা কেলেই?"

"সেইবোৰ কথা এতিয়া আলোচনা কৰিলে আৰু কিবা লাভ আছে বুলি আপুনি ভাবে নেকি? আপুনি মাত্র এটা কথা মোক খুলি কওক। কোনো এজন উকীলেই এই নতুন উইলখনৰ কথা নেজানো বুলি কয় কেলেই?"

"এতিয়া দেখিছো আটাইতকৈ ডাঙৰ প্ৰশ্নটোকেই তুমি কৰি পেলালা। এতিয়া দেউতাক-জীয়েকৰ মাজত বুজা-পৰাৰ অভাৱ পৰিলক্ষিত হোৱা যেন দেখিছো। মৰমৰ জীয়েকে দেউতাকক অবিশ্বাস কৰিবলৈ আৰম্ভ কৰিছে।"

"সেই কথা মই কোৱা নাই।"

"অবিশ্বাস কৰিছো বুলি তুমি অৱশ্যে কোৱা নাই। কিন্তু আওপকীয়াভাৱে তাৰেই তুমি অৱতাৰণা কৰিছা যেন পাওঁ। নানাৰকম সন্দেহজনক প্ৰশ্নই তোমাক জাউৰি দি ধৰিছে বুলি মোৰ অনুমান হৈছে। সেইটো অৱশ্যে ভালৰেই লক্ষণ বুলি মই কওঁ। এই অৱস্থাত আমাৰ আঁতৰা-আঁতৰি হোৱাই ভাল।"

"কৰ্ফ ডাঙৰীয়া! আপুনি পাগল হৈছে নেকি? কিহৰ কাৰণে আপুনি এইখন বলকিছে?"

"কিহৰ কাৰণে বুলি সুধিছা? এনেয়ে কোনো কাৰণবশতঃ নহয়। মই জয়ী হৈছো। সকলো কথাৰ মই ভেদ ভাঙি দিছো।"

"আপুনি কিহত জয়ী হ'ল?"

আঁকৰী ছোৱালী। এইমাত্র মই তোমাক বৰ দৰ্কাৰী প্ৰশ্ন এটা কৰিছিলো। তুমি কিন্তু তাৰ উত্তৰ দিব নোৱাৰিলা। সেই কাৰণে আকৌ তোমাক সুধিছো। কোৱাচোন বাৰু তুমি মোক কেলেই বিশ্বাস কৰিছা? আৰম্ভণিৰে পৰা কি বিশ্বাসত তুমি মোৰ ওচৰত আত্মসমৰ্পণ কৰিলা বাৰু?"

মেইনাৰৰ মুখ কেঁহৰাজ বটা যেন হ'ল। একো উত্তৰ বিচাৰি নেপাই তেওঁ মেজৰ চুক এটাতেই যোৰকৈ খামোচ মাৰি ধৰিলে।

"কিছুমান সৰল স্বভাৱৰ মানুহে যাকে তাকে অতি সহজতেই বিশ্বাস কৰি পেলায়। কিন্তু তুমিতো তেনেই আঁকৰী ছোৱালী নাছিলা। তেনেহ'লে তুমি মোক কেলেই বিশ্বাস কৰিছিলা? তদুপৰি চিঠি খেলত পোৱাৰ নিচিনাকৈ

অচিনাকি এজন মানুহে বিৰাট ধনদৌলত একেৰাতিৰ ভিতৰতে তোমাৰ আগত ডাঙি ধৰিব খুজিছিলেই যেনিবা, সেই দান ইমান সহজে তুমি হাত পাতি ল'লা যে সি যেন তোমাৰ প্ৰাপ্যহে আছিল। সেইটো জানো সম্ভৱ হ'ব পাৰে?"

"মই সেই আটাইবোৰ কিবা সপোন দেখা যেনহে পাইছিলো। সেই সপোনে মোৰ কালেহে মাতি আনিলে।"

"সঁচাকৈয়ে তুমি কালৰ কু-গৰাহতেই পৰিছিলা। নহ'লে বাতৰি কাগজৰ এটা জাননী পঢ়ি জানো কোনোবাই কম সময়ৰ ভিতৰতেই বিৰাট ঐশ্বৰ্য সম্পত্তিৰ অধিকাৰিণী হ'ব পাৰে। পৰীৰ দেশৰ সাধুকথাতহে তেনেকুৱা ঘটনা পোৱা যায়। ধন-সম্পত্তি পাবলৈ হ'লে বহুত বছৰৰ যত্ন লাগিব। অক্লান্ত পৰিশ্ৰম, বিচক্ষণ বুদ্ধি আৰু অজস্ৰ নিদ্ৰাবিহীন ৰজনী কটাইহে মানুহে ধন গোটাব পাৰে। তুমি কিন্তু সেইবোৰ একোকেই কৰা নাই। তেনেকুৱা কৰিব পৰা ছোৱালীও তুমি নহয়। মোৰ বহু বছৰৰ পৰিকল্পনা কাৰ্যত ৰূপায়িত কৰিবলৈ তোমাক মই শিখণ্ডী হিচাপেহে হাতত ৰাখিছিলো। এজন কোটিপতিৰ সম্পদৰাজি যে বিনা কষ্টে আন এজনে পাব নোৱাৰে সেই কথা তুমি নিশ্চয় ভালদৰেই জানা। এই কথাবোৰ ভাবি নেচাই তুমি মূৰ্খতাৰহে চিনাকি দিছিলা।"

একেলেথাৰিয়েই কৰ্ফে কথাখিনি কৈ শেষ কৰিলত মেইনাৰে মাত লগালে—

"বিনা দোষত মোৰ এতিয়া মৃত্যুদণ্ড হ'ব। বিজুলী চকীত বহুৱাই মোৰ জীৱনৰ অন্ত পেলাব।"

"মই দিয়া জাননীৰ উত্তৰ দি জুৱাৰীৰ দৰে তুমি এটা সুবিধাহে ল'ব খুজিছিলা, নহয় জানো? জাহাজত দেখোন তুমি বিচৰামতে সকলো সুখ শান্তিকেই উপভোগ কৰিলা। এতিয়ানো আৰু কিহৰ কাৰণে আপত্তি কৰিছা?"

"কৰ্ফ ডাঙৰীয়া! আপুনি ভাবে নেকি যে মই অকলে ফাঁচি কাঠত উঠিম? আপোনাকো এই জালৰ পৰা সৰকি যাবলৈ নিদিওঁ। আপোনাৰ জাননী পঢ়ি কেনেকৈ আহি আপোনাৰ লগত মোৰ চিনাকি হ'ল, কেনেকৈ আপুনি এই পৰিকল্পনা কৰিলে ইত্যাদি সকলো কথা মই পুলিচক কৈ দিম।"

"তুমি যিহকেই নোকোৱা সি মোৰ পৰিকল্পনাৰ একো হানি বিঘিনি কৰিব নোৱাৰে। তুমি এতিয়া মোৰ হাতৰ পুতলা। মই যে তোমাৰ দেউতা এই কথা

দলিল পত্ৰবোৰেই প্ৰমাণ কৰিব।"

"আপুনি কি কৈছে?"

"তোলনীয়া জী হিচাপে আন কাকো নলৈ হামবাৰ্গৰ ছোৱালী এজনীনো মই কেলেই বিচাৰিছিলো বুলি ভাবিছা? তুমি জধামূৰ্খ। শুনা; হামবাৰ্গৰ ছোৱালী বিচৰাৰ এইয়েই কাৰণ আছিল যে বোমাবৰ্ষণৰ পিচত হামবাৰ্গৰ ঘৰ বাৰী, অফিচ-কাছাৰী সকলো পুৰি চাৰখাৰ হৈ গৈছে। তাৰ পৰা কোনো কাগজ-পত্ৰ আনি তুমি মই কোৱা কথাবোৰ মিছা বুলি প্ৰমাণ কৰিব নোৱাৰিবা। গতিকে পত্ৰবোৰেই তাৰ প্ৰমাণ কৰিব। মোৰ সেই ছোৱালীয়ে এতিয়া ফাঁচি কাঠত প্ৰাণ আহুতি দিব; আৰু সকলো ঐশ্বৰ্য সম্পত্তিৰ অধিকাৰী হ'ম মই।"

"মোৰ এতিয়াও মৃত্যু হোৱা নাই যে আপুনি আশা কৰা মতেই জয়ী হ'ব।"

"তোমাৰ অৱশ্যে মৃত্যু হোৱা নাই। পিছে মোৰ কথাখিনি শেষ কৰিবলৈ দিয়া। তোমাৰ দেউতা হিচাপে মই থিয় নিদিবও পাৰিলোহেঁতেন। পিচে তাকেই কৰিলো প্ৰধানতঃ দুটা কাৰণত। প্ৰথম, ৰিচমণ্ডৰ মৃত্যুৰ তদন্তৰ সময়ত হত্যাকাণ্ডৰ আচামীৰ শোকবিহ্বল দেউতাক হিচাপে পুলিচৰ পৰা মই ভালেখিনি সহানুভূতি পাম। দ্বিতীয়তে, তোলনীয়া জী হিচাপে লোৱা কাৰণে তুমিও মোৰ ওপৰত অধিক বিশ্বাস কৰিলা। এই পৰিকল্পনা ফলৱতী কৰাত মোৰ ওপৰত তোমাৰ বিশ্বাস থকাটো অতি আৱশ্যকীয় কথা আছিল।"

তেনেকুৱা উইল যদি নাছিলেই, তেনেহ'লে আপুনি কেলেই...?" উত্তেজনাত মেইনাৰে বাকীখিনি ক'ব নোৱাৰিলে। লগে লগে এন্টন কৰ্ফে মাত দিলে—

"ক্ষন্তেক ৰ'বা। ৰিচমণ্ডে প্ৰকৃততে তোমাৰ কাৰণে নতুন উইল এখন কৰি থৈ গৈছেই। সেই উইলখন তোমাৰ উকীলৰ হাতত দিবলৈ তেওঁ মোক কৈছিল। মই কিন্তু উকীলক উইলখন দিয়া নাই। দিয়াৰ অৱশ্যে বিশেষ কিবা দৰ্কাৰ আছিল বুলিও মই নেভাবো। সেইখন মোৰ লগতেই আছে।" এই বুলি কৰ্ফে চোলাৰ বুকুৰ জেপত হাঁতদি এনেকুৱা ইংগিত দি বুজালে যে উইলখন তাতেই থোৱা হৈছে। তাৰ পিচত আকৌ কৈ গ'ল—"উইলখন যদি কেতিয়াবা উলিয়াই দিবলগীয়া অৱস্থা এটাৰ সৃষ্টি হয়, তেনেহ'লে সময়ত সেইখন উলিয়াই

নিদিয়াৰ ব্যাখ্যা হিচাপে মই ইয়াকে দিম যে আন কিছুমান বিপদৰ পৰা তোমাক বচাবলৈহে মই উইলখন লুকুৱাই থৈছিলো। আন এটা অতি আৱশ্যকীয় কথাও তুমি জানানে নেজানা ক'ব নোৱাৰো। আমেৰিকাৰ আইনমতে হত্যাকাৰীয়ে মৃতকৰ সা-সম্পত্তি লাভ কৰিব নোৱাৰে। পঙ্গু বৃদ্ধ এজনৰ স্ত্ৰী হিচাপে ৰিচমণ্ডক হত্যা কৰিবলৈ তুমি যে অতি মাত্ৰাই আগ্ৰহান্বিতা হ'বা সেই কথা সকলোৱেই বিশ্বাস কৰিব। কিয়নো সেই হত্যাকাণ্ডৰ পিচত তুমি হৈ উঠিবা অজস্ৰ ধন সম্পত্তিৰ গৰাকিনী। তদুপৰি মৃত্যুৰ পিচৰ পৰা সংঘটিত হোৱা তোমাৰ কাৰ্যাৱলীয়ে এই কথাৰ প্ৰমাণত সহায় কৰিব। হত্যাকাণ্ডৰ অপৰাধত দোষী বুলি সাব্যস্ত হোৱাৰ পিচত তোমাৰ নামে কৰি থৈ যোৱা উইলখন নাকচ হোৱা বুলি আইনমতে বিবেচিত হ'ব। তেতিয়া মোৰ পৰিকল্পনাৰ সুবৰ্ণ ফুল জাতিস্কাৰ হৈ ফুলি উঠিব। ৰিচমণ্ডৰ সম্বন্ধীয় হিচাপে তেওঁৰ সা-সম্পত্তি সকলো ময়েই পাম।"

"আপুনি ৰিচমণ্ডৰ সম্বন্ধীয় কেনেকৈ হ'ল?"

"মই তেওঁৰ দূৰ সম্পৰ্কীয় ভতিজাক হওঁ। মোৰ লগত থকা ৰিচমণ্ডৰ দলিল পত্ৰবোৰেও এই কথাৰ প্ৰমাণ কৰিব। ৰিচমণ্ডে যে একাধিকবাৰ এই কথা স্বীকাৰ কৰি গৈছে তাৰ লিখিত প্ৰমাণো মোৰ হাতত আছে। ৰিচমণ্ডে যে মোক ভাল পাইছিল সেইটো নহয়। তেওঁৰ প্ৰতি মোৰো অকণো ভাল ভাব নাছিল। কিন্তু আইনে সেইবোৰৰ বিচাৰ নকৰে। ওচৰ সম্বন্ধীয়জনেই মৃতকৰ সম্পত্তি পায়।"

এণ্টন কৰ্ফে কৈ গ'ল—"ৰিচমণ্ডে যাতে মোৰ কাৰণে মাত্ৰ বিশ হেজাৰ ডলাৰৰ সম্পত্তি এৰি বাকীখিনি ৰাজহুৱা কামৰ বাবে উইল কৰি থৈ যায় মোৰ পৰিকল্পনাৰ কৃতকাৰ্যতাৰ কাৰণে সেইটো মই বিচাৰিছিলো। সেইমতেই কৰাও হৈছিল। তেওঁৰ স্ত্ৰী হিচাপে অৱশ্যে যৌতুকৰ বস্তুখিনি তুমি পালাহেঁতেন। কিন্তু ৰিচমণ্ডৰ হত্যাকাৰিণী হিচাপে তুমি সেইখিনিও নোপোৱা। সেই কাৰণেই তোমাৰ কাৰণে বেলেগ এখন উইল কৰি থৈ যোৱাটো মই বিচাৰিছিলো। হত্যাকাৰিণী হিচাপে উইলৰ সম্পত্তি তুমি নোপোৱা; আৰু তেতিয়াহ'লে ময়েই সকলোখিনি পোৱাটো খাটাং।"

"আপুনি পশুতকৈও অধম। নহ'লে ইমান তললৈ কেতিয়াও নামিব নোৱাৰে।"

"আৰু শুনা, উইলখন ৰেজিষ্ট্ৰী কৰিব লাগিব বুলি কোৱাৰ অৰ্থ এয়েই আছিল যাতে তোমাৰ পৰা মই অধিক সহায় পাওঁ।"

"মোৰ এতিয়াও মৃত্যু হোৱা নাই। যথেষ্ট সময় মোৰ হাতত আছে। বহুত আগতেই আপুনি সকলো বিষ উদগাৰণ কৰিলে। এই সকলো কথা মই পুলিচক কৈ দিম। আপোনাৰ জাননী পাই লিখা চিঠিৰ উত্তৰত আপোনাৰ পৰা পোৱা চিঠিও মই পুলিচক দেখুৱাম। আৰু......'

"কিন্তু তুমি জানানে যে বহুদিন আগতেই অন্যান্য কাগজৰ লগত সেইখন চিঠি পাই মই পুৰি পেলালো; কাগজত দিয়া জাননীৰ লগত মোক কোনেও জড়িত কৰিব নোৱাৰে। কিয়নো জাননীৰ খবৰবোৰৰ তলত কাৰো নাম দিয়া নাছিলো। তদুপৰি হামবাৰ্গৰ পৰাহে মই সেইখন কাগজ দিয়াইছিলো। হামবাৰ্গলৈ পিচে যোৱা বহুবছৰ মই যোৱাই নাই। এইবোৰ কথা কোনে প্ৰমাণ কৰিব? আৰু আন কিবা ভয় দেখুৱাবা নেকি?"

"নিশ্চয় দেখুৱাম। সেই উপায় মই উলিয়ামেই। আন পিনে আপোনাৰ চক্ৰান্তত মোৰ যদি মৃত্যুদণ্ডও হ'বলগীয়া হয়, সেই পাপৰ ধনেৰে আপোনাৰ কিবা লাভ হ'ব নেকি?"

"পাপৰ কথা কৈ তুমি মোক বিচলিত কৰিব খুজিছা নেকি? যদি সেয়েই হয় তেনেহ'লে তোমাক জধামূৰ্খহে আখ্যা দিম।"

"আপুনি যি বিচাৰে মই সকলো দিম। কিন্তু মোক মৃত্যুদণ্ডৰ পৰা অব্যাহতি দিয়ক। মোক মুক্ত হ'বলৈ দিয়ক; সকলো ধন-সম্পত্তি আপোনাৰেই হ'ব। প্ৰকৃত দোষী চাকৰটোৰ নাম আপুনি কৈ দিয়ক। তাৰ শাস্তি হওক।"

"তোমাৰ মূৰত গোবৰ আছে বুলিহে মই ক'ব খোজো। নিৰীহ সেই চাকৰকেইটাই এনেকুৱা হত্যাকাণ্ড এটা কৰিব পাৰে বুলি তুমি ভাবা নেকি?"

"তেনেহ'লে কোনে ৰিচমণ্ডক মাৰিলে?"

"তুমি এতিয়াও সেই কথা ধৰিব পৰা নাইনে?"

"মই একোকেই বুজি পোৱা নাই। কোন বাৰু সেই পাষণ্ড?"

"সেইজন আৰু কোন হ'ব? স্বয়ং মই। এণ্টন কৰ্ফেই তোমাৰ স্বামীৰ

হত্যাকাৰী। স্বাভাৱিক কাৰণত ৰিচমণ্ডৰ মৃত্যু হোৱা সময়লৈ মই কেলেই ৰৈ থাকিম? তাৰ কাৰণেই মই ৰিচমণ্ডক হত্যা কৰিলো। তোমাৰ অজুহাতত এই কাম কৰিবলৈ মোৰ বেছ সুবিধা হ'ল।

"কিন্তু আপুনি কেলেই এইবোৰ কথা মোক কৈছে? আপোনাৰ মগজৰ বিকৃতি ঘটিছে নেকি?"

"নাই ঘটা। তোমাক সকলো ঘটনা বিবৰি কোৱাটো মোৰ পৰিকল্পনাৰেই এটা অঙ্গহে। তোমাৰ ওপৰত এই কথাৰ প্ৰতিক্ৰিয়া এনেদৰে হ'ব যে সি তোমাৰ যথেষ্ট অন্যায় কৰিব। পুলিচেও তেতিয়া তোমাৰ বিপক্ষে অধিক সম্বল গোটাই মোকৰ্দমা আৰু কট্‌কটীয়া কৰিবলৈ বিচাৰিব। তেতিয়া তোমাক বচাবলৈ মই আপ্ৰাণ চেষ্টা চলাম। তোমাৰ মৃত্যুদণ্ড হৈ যোৱাৰ কেইমাহমান পিচলৈকে শোকবিহ্বল পিতৃৰ ভাও ধৰি অকলে কটাম। তাৰ পিচত আৰম্ভ হ'ব মোৰ জীৱনৰ জয়যাত্ৰা। অহোপুৰুষাৰ্থ কৰি উপাৰ্জন কৰা সম্পদৰাজি মনৰ সুখেৰে উপভোগ কৰিম। ধন-সম্পদ, ক্ষমতা সকলোৰেই অধিকাৰী হৈ মই বিৰাট প্ৰতিপত্তিশালী লোক হিচাপে পৰিগণিত হ'ম।"

"কিন্তু মই এতিয়াও জীৱিত। জীয়াই থাকিবলৈ মই ইচ্ছাও কৰো। ধন-সম্পত্তিৰ কাৰণে মই অকণো লোভ কৰা নাই। মোক এতিয়া লাগে মাত্ৰ স্বাধীনতা। এই কুটবুদ্ধিৰ কবলৰ পৰা উদ্ধাৰ পাব পাৰিলেই মই ভগৱানৰ ওচৰত কৃতজ্ঞ হ'ম। লগতে আপোনাৰ পাপ কাৰ্যৰ কথা মই জগতত প্ৰচাৰ কৰিম। সকলোৱেই তেতিয়া চিনি পাব আপুনি মানুহজন কেনেকুৱা..........। অ', আপুনি হাঁহিছে কেলেই?"

"তোমাৰ বুদ্ধিৰ সীমাবদ্ধতাই মোক আমোদ দিছে। সেই কাৰণেই হাঁহিছো! তোমাৰ লগত খেলা কৰিবলৈ বেছ ভাল লাগে দেও! তুমি যদি আইন-আদালতলৈ ভয় কৰাই তেনেহ'লে তোমাৰ নিজৰ অৱস্থা কি হ'ব ভাবি চাইছানে নাই?"

"কিন্তু মই যদি আপুনি কোৱা সকলো কথা পুলিচৰ আগত কৈ ৰহস্য ভেদ কৰি দিওঁ তেতিয়া কি কৰিব?"

"তেতিয়াও কোনেও মোৰ চুলি এডালো লৰাব নোৱাৰে। মোৰ গৰাকীৰ

সৌজন্যত মই সম্প্ৰতি এজন লেখত ল'বলগীয়া ধনী মানুহ। তেওঁৰ অবিহনে মোৰ যথেষ্ট ক্ষতি হৈছে বুলিহে ভাবো! কিয়নো ৰিচমণ্ড জীয়াই থাকিলে মোৰ প্ৰতিপত্তি হয়তো আৰু বাঢ়িলহেঁতেন। তেওঁৰ ধন-সম্পত্তি নেপালেও মোৰ অধিক ক্ষতি নহয়। কিন্তু তুমি বিপথে পৰিচালিত হৈছিলা। তোমাৰ নিচিনা ৰূপ-যৌৱনসম্পন্না নাৰী এগৰাকীয়ে আলৰ, পঙ্গু. বৃদ্ধ এজনত বিয়া সোমোৱাতো নিজৰ সন্মান হানিকৰ কামহে।"

"সেই পথ লোৱা মযেই প্ৰথম মহিলা নহয়।"

"কিন্তু সম্প্ৰতি চলি থকা এই নাটকৰ নায়িকা তুমিয়েই। তোমাৰ ব্যৱহাৰ পাতি আৰু কাৰ্যাৱলীয়ে তুমি ভাল চৰিত্ৰৰ ছোৱালী নহয় বুলিহে প্ৰমাণ কৰাত সহায় কৰিব। মই তোমাৰ তুলনাত যথেষ্ট শক্তিশালী পুৰুষ। কিন্তু মোৰ হাতত তুমি এজনী নগণ্যা মহিলা।"

ঠিক সেই সময়তেই বাহিৰৰ দুৱাৰত কোনোবাই টুকুৰিয়াই শব্দ কৰিলে। দুৱাৰখন লাহেকৈ মেল খালে। চকীদাৰজন সোমাই আহি বাতৰি দিলেহি, "আপোনালোকক সাক্ষাৎ কৰিবলৈ দিয়া সময় পাৰ হৈ গৈছে। অনুগ্ৰহ কৰি ওলাই যাওক।"

এণ্টন কৰ্ফে ঈষৎ হাঁহি এটা মাৰি মেইনাৰলৈ চাই ক'লে "তুমি চিন্তা নকৰিবা। যিমান সোনকালে পাৰি সকলো ব্যৱস্থা মই কৰিম।" চকীদাৰজনৰ আগত এইদৰে আনধৰণৰ কথাৰ অৱতাৰণা কৰি এণ্টন কৰ্ফ লাহে লাহে কোঠালিটোৰ পৰা ওলাই গ'ল।

নিমাত হৈ মেইনাৰ তাত বহি ৰল। সমগ্ৰ পৃথিৱীখন যেন ঘূৰিবলৈ ধৰিছে। প্ৰবল ভূমিকম্পত যেন বসুমতী ফাঁট মেলিব...।



## (তেৰ)

মেইনাৰক পুনৰ আগৰ ঠাইলৈ লৈ যোৱা হ'ল। তাত গৈ একো অস্বাভাৱিক পৰিস্থিতি এটা তেওঁ নেদেখিলে। কিবা এটা অভূতপূৰ্ব ঘটনা যেন ইতিমধ্যে ঘটি গৈছিল সেই কথাৰ একো চিন মোকামেই নাইকিয়া হৈ গৈছে। মেইনাৰৰ মন এক বিৰাট উদাসীনতাই আবৰি ধৰিলে। এণ্টন কৰ্ফক পুলিচে তেতিয়ালৈকে গ্ৰেপ্তাৰ কৰা নাছিল। শোক-পীড়িত দেউতাকৰ ভাও দেখুৱাই মুক্ত আকাশৰ বায়ু সেৱন কৰি কৰ্ফে বাহিৰত নিজ ইচ্ছাই ঘূৰি ফুৰিলে। তেওঁ এনেকুৱা ভাব দেখুৱাইছে যে জীয়েক বন্দী হৈ থকাৰ কাৰণে তেওঁৰ মনত অকণো যেন সুখ নাই। নহ'লে তেওঁৰ জীৱনত আন অশান্তি একো যেন নাছিলেই। জীয়েকে কৰা এই বদনামী কামটোৱে তেওঁৰ সন্মান যেন যথেষ্ট লাঘৱ কৰিলে। কথাবাৰ্তাবোৰত তেওঁ তেনেকুৱা ভাব এটা আনক দেখুৱালে। তথাপি যেন জীয়েকৰ সকলো দোষ পাহৰি গৈ তেওঁ মেইনাৰক খালাচ কৰিবলৈ আহিবলৈ আপ্ৰাণ চেষ্টা কৰিছে।

মেইনাৰে নিজেও বুজিছে যে এতিয়া যদি তেওঁ আগতে কোৱা কথা অদল-বদল কৰি এণ্টন কৰ্ফক দোষী বুলি পুলিচৰ আগত কয়, কোনেও হয়তো তেওঁক বিশ্বাস নকৰিব। কিয়নো আগতে একো নেজানো বুলি তেওঁ সকলোকেই কৈছেই। আদালতত বিচাৰ হোৱাৰ আগতেই তেওঁ যে দোষী সেই কথা যেন প্ৰমাণ হৈ গ'ল। তাৰ যেন অন্যথা হ'বই নোৱাৰিব। ভয়ত মেইনাৰৰ অষ্ঠ-কণ্ঠ শুকাই গ'ল। ভীতি বিহ্বলা হৈ বন্ধ কোঠালিটোত বেচেৰীয়ে ইফালে সিফালে ঘূৰি ফুৰিবলৈ ধৰিলে। তেওঁ ভাবিলে যে প্ৰকৃত ঘটনাটো ব্যক্ত নকৰিলে হয়তো তেওঁ উদ্ধাৰ নেপাব। গতিকে সকলো কথা স্বীকাৰ কৰিব লাগিব। তেওঁ কোৱা কথাবোৰ পুলিচে তদন্তৰ দ্বাৰা নিশ্চয় প্ৰমাণ কৰিব আৰু তেতিয়া হ'লেই এণ্টন কৰ্ফ এই হত্যাকাণ্ডত জড়িত হৈ পৰিব। কৰ্ফে নানাৰকম গল্প তৈয়াৰ কৰিলেও পুলিচে সকলো ভেদ নিশ্চয় ভাঙিব পাৰিব। ধন-

সম্পত্তিৰ লোভত অন্ধ হৈ মূৰ্খামি কৰিলে যদিও সেই কাৰণে তেওঁ মৃত্যুবৰণ কেতিয়াও নকৰে। কোঠালিটোত ঘূৰি ঘূৰি মেইনাৰে এইবোৰকেই ভাবি গ'ল।

ষ্টাৰ্লিং কেনক দেখা কৰিব খুজিছো বুলি মেইনাৰে পহৰাক খবৰ দিলে। তেওঁক নিবলৈ লগে লগে কেনে গাড়ী এখন পঠিয়াব বুলি মেইনাৰে আশা কৰিছিল। কিন্তু কেনে উত্তৰ দিলে যে তেওঁক দেখা কৰিবলৈ মেইনাৰে কিছু সময় অপেক্ষা কৰিব লাগিব। কিন্তু গধূলিলৈকে কেনৰ পৰা কোনো খবৰেই নাহিল। তেতিয়া আকৌ এবাৰ মেইনাৰে কেনক মনত পেলাই দিয়ালে। কেনে উত্তৰত কৈ পঠিয়ালে যে তেওঁ সেই কথা পাহৰি যোৱা নাই। ইন্সপেক্টৰৰ এই আচৰিত ব্যৱহাৰত মেইনাৰৰ আৰু ভয় লাগিল। আবেলিৰ পিচত সন্ধিয়া আহিল। এন্ধাৰ নমাৰ পিচত ক্ৰমান্বয়ে ৰাতি হৈ আহিল। মেইনাৰক কিন্তু মাতি পঠিওৱা নহ'ল। লাহে লাহে ৰাতি গভীৰ হৈ আহিল। ৰাতিৰ নিস্তব্ধতাই মেইনাৰৰ মনত এক বিৰাট সন্ত্ৰাসৰ সৃষ্টি কৰিলে। বহুধৰণৰ দুঃচিন্তা, ভয় আৰু হতাশা এই দুৰ্যোগৰ ৰাতি সদায় আহে। তেওঁকো এইবোৰে আগুৰি ধৰিলে। নিজে যে নিৰ্দোষী আৰু নিৰ্দোষীৰ শাস্তি যে নহয় সেই কথা জানিও বেচেৰীয়ে মনটোক বুজোব নোৱাৰা হ'ল......। জীয়াই থকাৰ এক অদ্ভুত আকাঙ্ক্ষাই মেইনাৰক উত্তেজিত কৰি তুলিলে। বন্দীশালৰ সৰু খাটিয়াখনৰ ওপৰত দীঘল দি পৰি মেইনাৰে মুক্ত আকাশৰ সপোন দেখিলে। উস্! সঁচাকৈ কিমান ভাল লাগিব সেই স্বাধীনতা! তাত পুলিচ নাই। ডিটেক্টিভ নাই, ষ্টাৰ্লিং কেনৰ প্ৰশ্ন নাই, ধন-দৌলতৰ লোভ নাই। তেওঁ ধীৰে ধীৰে হাতৰ তলুৱা দুখনেৰে নিজৰ মুখখন অলপ মোহাৰিলে। চকু দুটা এবাৰ ডাঙৰকৈ মেলি দিয়ে আৰু কেতিয়াবা আকৌ জপাই দিয়ে। খহটা কম্বলখনৰ তলত ভৰি দুখন কেতিয়াবা দীঘলকৈ মেলি দিছে, কেতিয়াবা আকৌ হাত ভৰি কোঁচাই শুই পৰিছে...তেওঁৰ মনলৈ যেন এটা অসীম সাহসৰ ভাব আহিল। তেওঁ আজিও জীৱন্ত। জীয়াই থকাৰ স্পৃহা তেওঁৰ আছে।

এইবোৰ দুৰ্ভাৱনাৰ মাজতেই ৰাতিটো পাৰ হ'ল। নিশা টোপনি খুব কমেই হ'ল। ৰাতিপুৱা মেইনাৰে নিজকে যথেষ্ট শেতা যেন দেখিলে। আন দিনাতকৈ মনোবলো যেন বহুত কমি গৈছে। তথাপি এই যুদ্ধত তেওঁ জয়ী হ'বই লাগিব। নিচেই পুৱাতেই কেনক লগ পাম বুলি তেওঁ আকৌ খবৰ পঠিয়ালে। দুপৰীয়াৰ আগে আগে ষ্টাৰ্লিং কেনে মেইনাৰক মাতি পঠিয়ালে। তেওঁ কেনৰ

অফিচলৈ গ'ল। বাটত তেওঁ ভাবি গৈছে যে এইবাৰ তেওঁ অকলশৰীয়া। এণ্টন কৰ্ফৰ বিপক্ষে উঠিছে যেতিয়া আন কোনো প্ৰাণীৰ পৰা এতিয়া সহায় পোৱাৰ আশা নাই।

তেওঁ কেনৰ অফিচ পালেগৈ। কোনেও তেওঁলৈ ঘূৰিয়েই নাচালে। সকলোৱেই যেন তেওঁক অকণো সহানুভূতিকেই নেদেখুৱালে। বিষন্নচিত্তে তেওঁ চকী এখনত বহি পৰিল।

অলপ কঠুৱা মাতেৰেই কেনে সুধিলে—"আপুনি মোক দেখা কৰিব খুজিছিল হেনো?"

শেতা হাঁহি এটা বিৰিঙাই মেইনাৰে ক'লে—"আপোনাৰ আগত মই প্ৰকৃত ঘটনাটোৰ কথা ক'বলৈ আহিছো।"

"আকৌ এইবাৰ কি গল্প তৈয়াৰ কৰি আনিছে?"

"নতুন গল্প নহয়, সকলো সঁচা কথাহে কম। বিনা দোষত মই ফাঁচি কাঠত কেতিয়াও নুঠো।"

মেইনাৰৰ জবানবন্দী কাগজ এখনত লিখি ল'বলৈ কেনে কেৰাণীজনক ইংগিত দিলে। তাৰ পিচত তেওঁ এটা চিগাৰেট জ্বলাই মুখত দিলে। এইবাৰ কিন্তু মেইনাৰক তেওঁ চিগাৰেট নেযাচিলে।

মেইনাৰে কৈ গ'ল ঃ— "বিনা কাৰণত মোক এই হত্যাকাণ্ডত লিপ্ত কৰোৱা হৈছে। এই হত্যাকাণ্ডৰ সকলো পৰিকল্পনা এণ্টন কৰ্ফে বহুত দিন আগৰে পৰা কৰি আছিল।"

"আপোনাৰ দেউতাকৰ কথা কৈছে নেকি?"

"তেওঁ মোৰ দেউতা নহয়।"

"বেছটো! নতুন কথা এটা এইবাৰ আকৌ কৈছে। আপোনাৰ দেউতাকনো কোন তেনেহ'লে?"

"তেওঁ মোক তোলনীয়া জী হিচাপেহে লৈছিল। হামবাৰ্গৰ খবৰ কাগজ এখনত ওলোৱা জাননী এখন পঢ়ি দৰ্খাস্ত এখন দিয়াৰ পিচত সেই সূত্ৰতহে তেওঁৰ লগত মোৰ সাক্ষাৎ হয়।"

"আপোনাৰ এই নতুন গল্প কোৱাৰ প্ৰচেষ্টা লাভজনক নহ'ব বুলি মই ভাবো।" ব্যঙ্গ সুৰত পৰিদৰ্শকে ক'লে।

"আপুনি মোক বিশ্বাস কৰক। এইবাৰ সকলো সঁচা কথা মই আপোনাক কম। ৰিচমণ্ডক হত্যা কৰি তেওঁৰ ধন-সম্পত্তি লাভৰ কাৰণে এণ্টন কৰ্ফে এই গোটেই ষড়যন্ত্ৰটো কৰিছিল। তেওঁৱেই মোৰ স্বামীক হত্যা কৰিলে। তাৰ পিচত মৃতদেহটো তেনেকুৱা অৱস্থাত ঘৰলৈ আনিবলৈ মোক বাধ্য কৰালে। মই তেওঁৰ হাতৰ পুতলাহে আছিলো।"

"কৈ যাওক। আপুনি পিচে কি উদ্দেশ্যেৰে এই গল্প সৃষ্টি কৰিছে?"

"গল্প নহয়, আপুনি শুনি যাওক। এণ্টন কৰ্ফেই এই হত্যাকাণ্ডৰ বাবে জগৰীয়া। তেওঁক আপোনালোকে গ্ৰেপ্তাৰ কৰিবই লাগিব। তেওঁৰ পৰিবৰ্তে মোক মৃত্যুৰ মুখলৈ পঠিয়াব নোৱাৰে। মই একো দোষণীয় কামেই কৰা নাছিলো। সম্পত্তি লাভৰ আশাত বৃদ্ধ লোকৰ বিয়া সোমোৱা মইয়েই একমাত্ৰ নাৰী নহয়। তেনেকুৱা ঘটনা সদায় হৈয়েই থাকে। তদুপৰি সেই ধন-সম্পত্তিও মই এতিয়া নিবিচাৰো।"

"আপুনি যদি একেবাৰতেই কথাটো কৈ পেলালেহেঁতেন, তেনেহ'লে এই আওপকীয়া কাহিনীসমূহ বুজিবলৈ মোৰ বেছি দিগদাৰ নহ'লহেঁতেন—" পৰিদৰ্শকে ক'লে।

"ইন্সপেক্টৰ চাহেব, আপুনি শুনি যাওক। মোক অপৰাধী কৰিবৰ কাৰণেই কৰ্ফে মোক তোলনীয়া জী কৰি ল'লে; আৰু ৰিচমণ্ডক বিয়া কৰাবলৈ জোৰ কৰিলে। সেই কথা তেওঁ কালি মোক কৈছে। তেওঁ সকলো দোষ স্বীকাৰ কৰিছে। গোটেই ষড়যন্ত্ৰটো তেওঁৰ পৰিকল্পনা মতেই হৈছে। মোক এইবোৰ কথা কোৱাটোও তেওঁৰ পৰিকল্পনাৰ এটা অংগই হেনো আছিল। কিন্তু কিহৰ কাৰণে এই স্বীকাৰোক্তি কৰিলে, সেই কথাটোহে মই বুজিব পৰা নাই।"

"সকলো কথাই বৰ আচৰিত যেন লাগিছে। আপোনাকনো তেওঁ কেতিয়া তোলনীয়া জী কৰি ল'লে?"

"কেনচত প্ৰথমে তেওঁক যেতিয়া লগ পালো ঠিক তাৰ লগে লগেই।"

"তাৰ আগতে তেনেহ'লে কৰ্ফক কেতিয়াও দেখা নাছিল?"

"নাই দেখা। তেওঁ দিয়া জাননীখনৰ উত্তৰহে দিছিলো।"

"তাৰ পিচতেই তেওঁ আপোনাক তোলনীয়া কৰি ল'লে? এই প্ৰস্তাৱ দিয়াৰ আগতে আপোনাৰ লগত কেইবাৰ তেওঁৰ দেখা দেখি হৈছিল?"

"দুবাৰ।"

সেই দুবাৰতেই তেনেহ'লে আপোনাক তেওঁৰ বুকুৰ কুটুম কৰি পেলালেনে? আচৰিত কথা দেখোন! এটা সাধাৰণ জাননী দি তেওঁ আপোনাক পালে। তাৰ পিচতেই কথা দিলে যে তেওঁৰ গৰাকীয়ে আপোনাক বিয়াও কৰাব। তাৰ পিচতে তেওঁৱেই সেই গৰাকীক হত্যা কৰিলে আৰু সৰ্বশেষত হত্যাকাণ্ডৰ আচামী কৰিলে আপোনাক। তাতকৈ আচৰিত কথা হ'ল যে সেই সকলোবোৰ কৰি উঠি তেওঁ আপোনাৰ আগত সকলো কথা স্বীকাৰ কৰিলে। মই একো বুজিব পৰা নাই, সঁচাকৈ কওকচোন মেমচাহেব; কি উদ্দেশ্যেৰে এই নতুন জাল আপুনি তৰিছে?

"মই জানো যে মই কোৱা কথা অতি আচৰিত যেন লগাতো স্বাভাৱিক। মই হয়তো নিয়াৰিকৈ সকলো কথা ক'ব পৰা নাই। কিন্তু তথাপি মই কোৱা কথা সকলো সঁচা। আপুনি বিশ্বাস কৰক।"

"আপোনাৰ দেউতাক কোন সেই কথাৰ প্ৰমাণ দিব পাৰিব নে?"

"হামবাৰ্গৰ বোমাবৰ্ষণৰ সময়ত মোৰ মা-দেউতাই জীৱন আহুতি দিলে।"

"তেতিয়াহ'লে আপুনি দেখোন নিজেই কৈছিল যে দলিল পত্ৰৰ পৰাই প্ৰমাণ হ'ব যে আপুনি কৰ্ফৰ জীয়েক। সেই কথাৰ উত্তৰ কি দিব এতিয়া?"

"সেই দলিল পত্ৰবোৰ কৰ্ফে জাল কৰিছে। তেওঁ মোক তোলনীয়া জী কৰিহে লৈছিল।"

"কিন্তু সেই কাগজ পত্ৰবোৰ যে হামবাৰ্গৰ অফিচৰ চৰকাৰী নথিৰ হুবহু প্ৰতিলিপি। ১৯৩৪ চনৰ পৰা এণ্টন কৰ্ফটো তালৈ যোৱাই নাই।"

"কাৰোবাক ভেটি দি সেই কাগজ পত্ৰবোৰ অনাইছে।"

"কোনে আনি দিছে?"

"মই নেজানো।"

"আপুনি দেখিছো অভিযোগটো আনৰ গালৈ ঠেলি দি নিজে দোষমুক্ত হ'বলৈ বিচাৰিছে। কিন্তু আপোনাৰ কাহিনী বিশ্বাসযোগ্য নহয়।"

"মোৰ কথাবোৰ পৰিষ্কাৰকৈ বুজাই দিবলৈ দিয়ক। মই নিঃসহায় ৰমণী। আপুনি মোৰ প্ৰত্যেকটো কথা তেনেকৈ উৰাই দিলে মোৰ কি উপায় আছে বাৰু! আপুনি থিৰাং সিদ্ধান্ত কৰিয়েই পেলাইছে যে ময়েই এই দোষৰ অপৰাধী। তেনেকুৱা একপক্ষীয় সিদ্ধান্ত কৰিলে ময়েইবা আপোনাক কেনেকৈ বুজাম?"

"তেনেহ'লে আপুনি ক'ব খুজিছে যে আপোনাৰ দেউতাকেই ৰিচমণ্ডক মাৰিলে!"

"তেওঁ মোৰ দেউতা নহয়।"

"মোৰ প্ৰশ্নৰ উত্তৰ দিয়ক।"

"দিছো। এণ্টন কৰ্ফে মোৰ স্বামীক হত্যা কৰিছে। তেওঁৱেই মোক আচামী কৰি গ্ৰেপ্তাৰ কৰাইছে। মোৰ মৃত্যুৰ্গু হৈ যোৱাৰ পিচত তেওঁৱেই ৰিচমণ্ডৰ সকলো সম্পত্তি পাব। কিয়নো তেওঁ কয় যে তেওঁ হেনো ৰিচমণ্ডৰ দূৰ সম্পৰ্কীয় ভতিজাক। আপুনিতো পিচৰ কথাবোৰ জানেই।"

"আপুনি পিচে আন এটা কথা কওকচোন। এণ্টন কৰ্ফে যাতে এই ঘটনাৰ কথা ৰতি নুফুৰে সেই কাৰণে টকা-পইচাৰ লোভ দেখুৱাই তেওঁৰ মুখ বন্ধ কৰিবলৈ আপুনি কেতিয়াবা চেষ্টা কৰিছিল নেকি বাৰু?"

"সেইটো মই কেতিয়াও কৰা নাই। কৰিমেইবা কেলেই? মইতো ৰিচমণ্ডক হত্যা কৰা নাই। হত্যা কৰিছে এণ্টন কৰ্ফে।"

হাত দুখন জোৰকৈ লৈ ষ্টাৰ্লিং কেনে ভৰিৰ ওপৰত ভৰ দি চকীখনত গাটো এবাৰ লৰাই ল'লে। তাৰ পিচত পুনৰ কৈ গ'ল; "জীৱনৰ গতি কেতিয়াবা বৰ বিচিত্ৰময় হৈ উঠে। আপোনাৰ জীৱনৰ বিচিত্ৰতাকেই মন কৰকচোন বাৰু। শৈশৱতেই আপোনাৰ দেউতাকে আপোনাক এৰিলে। তেওঁ সেই কাম অৱশ্যে ভাল কৰ নাছিল। গতিকেই তেওঁৰ প্ৰতি যে আপোনাৰ অন্তৰত বেয়া ভাব এটা থাকিব সি স্বাভাৱিক। কিন্তু বহুদিনৰ পিচত আপোনালোকৰ পুনৰ যেতিয়া দেখাদেখি হ'ল, তেতিয়া আগৰ পাপৰ প্ৰায়শ্চিত্ত স্বৰূপে আপোনাৰ দেউতাকে আপোনাৰ উপকাৰ কৰিবলৈ যৎপৰোনাস্তি চেষ্টাত লাগিল। তাৰ ফলত ধন ঘটা সেই ব্যৱসায়ত তেওঁ হৈ পৰিল আপোনাৰ প্ৰধান সহকাৰী। সেই কথাৰ প্ৰমাণ মই বেলেগে দিব লাগিব নেকি?"

আচৰিত হৈ মেইনাৰে পৰিদৰ্শকলৈ চাই থাকিল।

"টেপ্‌ৰেকৰ্ডাৰ দুটা এইফালে আনা।" এই বুলি ষ্টাৰ্লিং কেনে কেৰাণীজনক কোৱাত তেওঁ সেইটো আনি টেবুলৰ ওপৰত থ'লে। টেপ্‌ৰেকৰ্ডাৰ দুটাৰ ওপৰত হাতেৰে থপৰিয়াই কেনে ক'লে—"এইটো আপোনালোকৰ জাহাজতেই আছিল। কেনেকৈ মোৰ হাতত পৰিলহি জানেনে?"

হতভম্বৰ দৰে মেইনাৰ নিমাত হৈ থাকিল।

"আপোনাৰ দেউতাকে আপোনাক বিপদৰ পৰা উদ্ধাৰ কৰিবৰ কাৰণে এই ৰেকৰ্ডাৰটো জাহাজৰ পৰা আনিবলৈ গৈছিল। আমি কিন্তু লগে লগে চোৰাংচোৱা পঠিয়াইছিলো। জাহাজৰ পৰা ৰেকৰ্ডাৰটো লৈ আহোঁতেই আমাৰ মানুহে তেওঁক ধৰিলে। ধৰা পৰিলত মেচিনটো তেওঁ পানীলৈ দলি মাৰি পেলাবলৈ যত্ন কৰিছিল।"

"মই এইবোৰ একো বুজিব পৰা নাই।"

"এটা এটাকৈ ক'বলৈ দিয়ক। সকলো বুজিব। প্ৰথমতে আন ধৰণৰ ৰেকৰ্ডিং এটাকে বজাই শুনাওঁ আহক। আপোনাৰ দেউতাকক প্ৰশ্ন কৰাৰ সময়ত তেওঁ কোৱা কথাবোৰো আমি ৰেকৰ্ড কৰি থৈছো। তেওঁ পিচে আপুনি কোৱাৰ ওলোটাটোহে ক'বলৈ বিচাৰে।"

এইবুলি কৈ তেওঁ টেপৰেকৰ্ডাৰটোৰ ছাবি ঘূৰাই দিলে। শব্দটো বেছ স্পষ্ট-ভাৱেই শুনা গৈছে। চকু মুদিলে এনেকুৱা লাগে যেন জীৱন্ত মানুহহে আগত বহি কথা পাতি আছে। ৰেকৰ্ডত বাজিবলৈ ধৰিলে ঃ—"মই এই কথা বুজিবই পৰা নাই।" ৰেকৰ্ডিংত কোৱা এই কথাখিনি এণ্টন কৰ্ফেই কোৱা বুলি মাতটোৰ পৰা মেইনাৰে বুজিলে। "মোৰ ছোৱালীজনীয়ে নিশ্চয় বৰ ভয় খাই আছে। তেওঁ যে সকলো কথা মোক খুলি নক'ব সেইটো অস্বাভাৱিক নহয়। শৈশৱ কালটো অতি দুখ-কষ্টৰ মাজেৰে কটাবলগীয়া হোৱাত মোৰ প্ৰতি যে তেওঁৰ স্বাভাৱিক আকৰ্ষণ কম হ'ব সেই কথা নুই কৰিব কোনেও নোৱাৰে। সঁচাকৈয়ে মই তেওঁক বৰ অনাদৰ, অযত্নত পেলাই ৰাখিছিলো। সেই পাপৰ যে কেনেকৈ প্ৰায়শ্চিত্ত কৰিব পৰা যাব সেই কথা মই এতিয়াও ভাবি পোৱা নাই।"

তাৰ পিচত ৰেকৰ্ডিংত ষ্টাৰ্লিং কেনৰ মাত শুনা গ'ল। ৰেকৰ্ড বাজি গ'ল ঃ—"কৰ্ফ ডাঙৰীয়া। আপোনাৰ লগত হোৱা মোৰ এই কথা-বাৰ্তা অতি গোপনীয়। আন কোনেও ইয়াৰ সম্ভেদ নেপাব। আজি আবেলি আপুনি মোৰ

প্ৰায়বোৰ প্ৰশ্নৰেই উত্তৰ দিছে। মাত্ৰ কেইটামান কথাহে পৰিষ্কাৰকৈ বুজি ল'বলৈ বাকী থাকিল। কিন্তু সেইকেইটা কথাই আপোনাৰ জীয়েকৰ অন্যায়ো কৰিব পাৰে।

"আপুনি কৈছিল যে জাহাজ আহি পাৰত লগাৰ লগে লগেই আপুনি ফ্লোৰিডালৈ যাত্ৰা কৰিলে। তাৰ্তে যোৱাৰ কাৰণো আপুনি আমাক ব্যাখ্যা কৰি বুজাই গৈছে। পিচে আপুনি যোৱাৰ পিচত আমি আপোনাৰ থকা ঠাইলৈ গৈছিলো। তাত আপোনাৰ নামে অহা চিঠি-পত্ৰবোৰৰ মাজত জাহাজৰ পৰা পঠিওৱা চিঠি এখন আমাৰ হাতত পৰিল। আমি পঢ়ি চাই দেখিলো যে তাত এইদৰে লিখা আছে ঃ—

"পূজনীয় দেউতা,

আমাৰ মাজৰ দেনা-পাওনাৰ সকলো লেঠা মাৰি আপোনাৰ নামে দুশ হেজাৰ ডলাৰৰ চেক এখন চিঠিৰ লগতে পঠিয়ালো। এই ধনখিনি দিয়াৰ কাৰণ হ'ল যে মোৰ স্বামী আৰু ইহজগতত নাই। এই ধনখিনি পাই আপোনাৰ মন প্ৰকৃতিস্থ হ'ব বুলিয়েই মই ভাবো। হৈ যোৱা সকলো ঘটনা সময়ৰ সোঁতত বিলীন হৈ যাব। এই ধনখিনিৰে জীৱনৰ বাকী কেইটাদিন আপুনি সুখে-সন্তোষেৰে অতিবাহিত কৰিব পাৰিব! ইতি

"আপোনাৰ মৰমৰ দুহিত্ৰী"

"এই চিঠিৰ লগতে আপুনি লিখি দিয়া চেক্‌খনো আছিল। তাত যোৱা শুকুৰবাৰৰ তাৰিখ দিয়া আছিল। এই বিষয়ে কিবা তথ্য আপুনি মোক দিব পাৰেনে বাৰু কৰ্ফ ডাঙৰীয়া?"

টেপৰেকৰ্ডাৰটো এইখিনিতেই বন্ধ হৈ যোৱা যেন লাগিছিল। কিয়নো তাৰ পিচত ভালেখিনি সময় কোনো মাত-কথাই বাহিৰ নহ'ল। পিচে ৰেকৰ্ডাৰটোলৈ চাই মেইনাৰে দেখিলে যে সেইটো ঘূৰিয়েই আছে। তাৰ মানে ৰেকৰ্ডাৰৰ কথা শেষ হোৱা নাই। তাৰ ক্ষন্তেক পিচতেই আকৌ ৰেকৰ্ডাৰত এণ্টন কৰ্ফৰ মাত শুনা গ'ল—"মই ভাবো যে".....ঠিক সেইখিনিতে মেচিনটো বন্ধ কৰি দি ষ্টাৰ্লিং কেনে মেইনাৰলৈ চাই ক'লে—"অলপ আগতে মই আপোনাক সুধিছিলো, আপুনি কেতিয়াবা টকা-পইচাৰ লোভ দেখুৱাই এণ্টন কৰ্ফক এই ঘটনাৰ বিষয়ে নীৰৱে ৰাখিবলৈ যত্ন কৰিছিল নেকি? আপুনি কিন্তু একো উত্তৰ নিদিলে।

সেই কথা মই আকৌ সুধিছো। কওকচোন বাৰু আপোনাৰ কি ক'বলগীয়া আছে?”

হাঁ কৰি মুখ মেলি মেইনাৰে টেপৰেকৰ্ডাৰটোৰ ফালেহে চাই থাকিল। একো শব্দই মুখৰ পৰা বাহিৰ নহ'ল।

“আপুনি এতিয়াও দোষ অস্বীকাৰ কৰিব খোজে নেকি? আপুনি যে কৰ্ফক দুশ হেজাৰ ডলাৰ ভেটি দি ঘটনাৰ কথা কাকো নক'বলৈ ধৰিছিল সেই কথাও মানি নলয় নেকি?”

মেইনাৰক শোকে-দুখে আৰু অধিকভাৱে হেঁচা মাৰি ধৰিলে। কঁপা কঁপা মাতেৰে চকুপানী মচি মচি তেওঁ ক'বলৈ ধৰিলে ঃ—

“আমাৰ প্ৰথম দেখা দেখিৰ পিচতেই এণ্টন কৰ্ফে এই কাগজ মোৰ পৰা লিখাই লৈছিল। তেওঁ মোক কৈছিল যে মই যাতে পিচত বিশ্বাসঘাতকতা নকৰো সেই কাৰণেহে গ্যাৰাণ্টি হিচাপে তেওঁ এই কাগজখন লিখাই লৈছিল। তেওঁক যদি মই প্ৰতিশ্ৰুতি দিয়ামতে দুশ হেজাৰ ডলাৰ নিদি ঠগিবলৈ যত্ন কৰো তেতিয়াহে এই কাগজখন ব্যৱহাৰত লগাব বুলি মোক কৈছিল।”

“সেয়ে নেকি? মই আকৌ ভাবিছিলো যে তেওঁ ৰিচমণ্ডৰ সকলো সা-সম্পত্তিকেই হাত কৰিব খুজিছিল নেকি!”

“অৱশ্যে সেইটো নোহোৱা নহয়। এতিয়াতো সেইটোৱেই হৈছে গৈ। প্ৰথমে কিন্তু সেই কথা তেওঁ মোক কোৱা নাছিল। তাৰ পিচত তেওঁ কৈছিল যে মোৰ স্বামীয়ে তেওঁক দিব খোজা বিশ হেজাৰ ডলাৰৰ পৰিৱৰ্তে মই তেওঁক দুশ হেজাৰ ডলাৰ দিয়াৰ প্ৰতিশ্ৰুতি তেওঁ বিচাৰিছে।”

“আপুনি কৈছে যে সেই চিঠিখন লিখাৰ সময়ত আপুনি ফ্ৰান্সতহে আছিল। পিচে কেনেকৈনো তেওঁৰ নিউয়ৰ্কৰ ঠিকনাটো জানিলে?”

“সেই ঠিকনাটো তেনেকৈ লিখিবলৈ তেওঁ কৈছিল।”

“তাৰ পিচত দ্বিতীয়বাৰৰ কাৰণে আপুনি যেতিয়া তেওঁক লগ পালে তেতিয়া আন এখন চিঠি লিখি আপোনালোকে দেনা-পাওনাৰ সমিলমিল কৰিলে। সেই চিঠিৰ তলত আপুনি নাম লিখিলে, “মেইনাৰ কৰ্ফ ৰিচমণ্ড”; “অৰ্থাৎ আপুনি কৰ্ফৰ জীয়েক আৰু ৰিচমণ্ডৰ স্ত্ৰী। সেই সময়ত দেখোন ৰিচমণ্ডৰ লগত আপোনাৰ একো সম্বন্ধই হোৱা নাছিল।

"কিন্তু এই চিঠিখনৰ একো অৰ্থ নাই। গ্যাৰাণ্টি হিচাপেহে এইখন দিয়া হৈছিল।"

কেনে আকৌ টেপৰেকৰ্ডাৰটোৰ ছাবি পকাই বজাই দিলে। তাত কেনৰ মাত শুনা গ'ল—"এই বিষয়ে অলপ বহলাই কওকচোন কৰ্ফ ডাঙৰীয়া!"

তাৰপিচত কৰ্ফৰ মাত প্ৰতিধ্বনিত হ'ল—"মোৰ মনেৰে এটা ভীষণ বুজা পৰাৰ অভাৱ হৈ পৰিছে। ৰিচমণ্ডৰ মৃত্যুৰ পিচত যে অজস্ৰ ধন-দৌলতৰ গৰাকীনী হ'ব, সেই কথা মোৰ ছোৱালীক মই প্ৰায়েই কৈছিলো। দেউতাক হিচাপে সেই কথা ভবা বা তেওঁৰ আগত উল্লেখ কৰাটো একো অস্বাভাৱিক নহয়। মোৰ গৰাকীয়েও পিচে মেইনাৰৰ নামে নতুন উইলখন কৰি থৈ যাবলৈ বৰ আগ্ৰহ কৰিছিল। মেইনাৰেও ইতিমধ্যে তাকেই লৈ নানাৰকম কল্পনাৰ ৰংঘৰ সজালে। তাইৰ মনৰ অৱস্থা তেনেকুৱা নহ'বই বা কিয়? সিতো কম ধন-দৌলতৰ কথা নহয়। এই দুৰ্ঘটনাটো হোৱাৰ কেইদিনমান আগতেও আমি এই বিষয়ে কথা-বতৰা পাতিছিলো। সেইদিনা অৱশ্যে অদৰকাৰী কথা দুটামানেই মই মেইনাৰক কৈ পেলাইছিলো। সেই কথা পিচে মই কওঁ বুলি কোৱা নাছিলো। মই মেইনাৰক ক'লো যে তেওঁ মোতকৈ বহুত গুণে ভাগ্যৱতী। আজীৱন গাধা খাটনি দি মই যি গোটালো তাৰ সহস্ৰ গুণ তেওঁ এৰাতিতেই পালে। তাৰ পিচত সেই বিষয়ে আমি আৰু একো কথাই পতা নাছিলো। আপুনি বোধহয় নেজানে যে মেইনাৰ বৰ বহল মনৰ ছোৱালী। মোতকৈ সহস্ৰগুণে ধনী বোলা কথাষাৰৰ কাৰণেই বোধহয় তেওঁ মোলৈ দুশ হেজাৰ ডলাৰৰ চেক্‌খন পঠিয়াই দিলে। তাৰ বাহিৰে সেইখন পঠিওৱাৰ অন্য একো কাৰণ থাকিব নোৱাৰে।"

"কিন্তু কৰ্ফ ডাঙৰীয়া, মই ভাবো যে ৰিচমণ্ডক হত্যা কৰি উঠি আপোনাৰ পৰা যাতে ৰহস্যটো ওলাই নপৰে সেই কাৰণেহে আপোনাক সেই ধন দিয়া হৈছিল। নহয় জানো?"

"আপোনাৰ এই জঘন্য মতামতত মই পদাঘাত কৰো।" অলপ খঙেৰে এণ্টন কৰ্ফে কোৱা শুনা গ'ল।

"কৰ্ফ ডাঙৰীয়া। হত্যাকাণ্ড এটা সংঘটিত হৈ গৈছে। তাৰ তদন্তত আমি ব্যস্ত। আপোনাৰ মনৰ অৱস্থাও আমি নুবুজা নহয়। তথাপি সঁচা কথাটো আমি

বাহিৰ কৰিবই লাগিব। কিন্তু আপোনাৰ ছোৱালীৰ হেণ্ড বেগৰ ভিতৰত বিষ মিহলি গুৰি কিছুমান যে পোৱা গৈছে, সেই বিষয়ে আপোনাৰ কবলগীয়া কি আছে বাৰু? মৰণোত্তৰ পৰীক্ষাত ওলাই পৰিছে যে বিষ খুৱাইহে ৰিচমণ্ডক হত্যা কৰা হৈছে।”

“সেইটো পৰোক্ষ প্ৰমাণহে।”

“আপুনি যিমানেই প্ৰতিৰক্ষা নিদিয়ক কৰ্ফ ডাঙৰীয়া, ডাক্তৰে অভিমত দিছে যে সাংঘাতিক ধৰণৰ উগ্ৰ বিষ মিহলাই ৰিচমণ্ডক খুওৱা হৈছিল। বিষখিনি ইমান চোকা আছিল যে মাত্ৰ এফোটামানেই মৃত্যু ঘটালে। এইটো সহজেই বুজিব পৰা যায় যে নাৰ্ছ হিচাপে কাম কৰা সময়তে মেইনাৰে লগত নিশ্চয় এই বিষখিনি আনিছিল। সেইটো একো অস্বাভাৱিক নহয়। কিয়নো ডাক্তৰ বা নাৰ্ছসকলে দৰব হিচাপে ব্যৱহাৰ কৰিবলৈ বিষ লগত ৰাখিব পাৰে। নতুবা ক'ৰবাৰ পৰা চুৰি কৰি আনিবলৈও সুবিধা পায়। হয়তো তেওঁ বাৰমুডাৰ পৰাই কেনেবাকৈ এই বিষ আনিছিল। আন এটা কথা কওকচোন বাৰু। ৰিচমণ্ডৰ পৰিবাৰ আৰু বিশ্বাসী চাকৰকেইটাৰ বাহিৰে আন কোনো বাহিৰা মানুহে ৰিচমণ্ডৰ শোৱা কেবিনলৈ অহা-যোৱা কৰিবলৈ সুবিধা পাইছিল?”

“বাহিৰা মানুহ কোনো তাত সোমাবলৈ সুবিধা নাছিল।”

“সেই কথাটোকেই মই জানিব খুজিছিলো কৰ্ফ ডাঙৰীয়া।”

এইখিনি ৰেকৰ্ডত বাজি উঠাৰ পিচতেই ষ্টাৰ্লিং কেনে টেপৰেকৰ্ডাৰটো পুনৰ বন্ধ কৰি দিলে। তাৰ পিচত আনটো টেপৰেকৰ্ডাৰ চলাই দিবলৈ কেনে কেৰাণীজনক ইংগিত দিলে। এইটোৰ ৰেকৰ্ডত বা আৰু কি বাজি উঠে সেই কথা ভাবি মেইনাৰৰ অন্তৰ কঁপি উঠিল। কৰ্ফে তেনেহ'লে এনেয়ে তেওঁক সম্ভাব্য বিপদৰ কথা কোৱা নাছিল। টেপৰেকৰ্ডাৰত বাজি উঠা কথাবোৰৰ পৰা আদালতে ইয়াকেই বুজি উঠিব যে মেইনাৰেই প্ৰকৃততে দোষী।

ইতিমধ্যে কেৰাণীজনে টেপৰেকৰ্ডাৰটোৰ ছাবি পকাই দিলে। কাৰ্ল ৰিচমণ্ডৰ মাত ৰেকৰ্ডত শুনিবলৈ পোৱা গ'ল। “আপুনি বুজিছেনে বাৰু চেক্ৰেটৰী চাহেব? নিউয়ৰ্কলৈ গৈ পায়েই মোৰ মানুহ দুনুহ লগ কৰি যিমান সোনকালে পাৰে এই কথাবোৰৰ এটা সু-বন্দৱস্ত কৰি পেলাব লাগে। কামটো যাতে অতি সোনকালে হয় তাকেইহে মই বিচাৰো।”

"আপুনি কোৱামতেই কাম হ'ব ডাঙৰীয়া। সেই বিষয়ে অৱশ্যে দৌৰাদৌৰি নকৰিলেও হয়। তথাপি হাতত থকা কাম সোনকালে কৰি পেলোৱাই ভাল। বিয়াৰ পিচত দেখিছো আপোনাৰ উদ্যম আৰু মনোবল যথেষ্ট বাঢ়িছে।"

চেক্রেটৰীৰ সেই উত্তৰত ৰিচমণ্ডে হঁহা শব্দ ৰেকৰ্ডত শুনিবলৈ পোৱা গ'ল। মেইনাৰৰ অন্তৰত সেই হাঁহিৰ শব্দই প্ৰতিধ্বনি তুলি গ'ল।

"শুনকচোন চেক্ৰেটৰী চাহেব। আজিকালি ডেকা ছোৱালীবোৰ বৰ আচৰিত ধৰণৰ হ'ল। মই বুঢ়া হ'লো কাৰণেহে তেনেকুৱা লাগে নেকি অৱশ্যে ক'ব নোৱাৰো। পিচে সেই কথা ভাবি ভাবি মই অন্তুই কৰিব নোৱাৰো দেখোন। তাই প্ৰকৃততে সাধু প্ৰকৃতিৰেই ছোৱালীনে মোৰ সম্পত্তিৰ আশাত মোৰ মৰণ কামনা কৰিহে ৰৈ আছে মই একোকেই বুজিব পৰা নাই।" সেই বুলি কৈয়েই ৰিচমণ্ডে হাঁহিছিল। সেই হাঁহি ৰেকৰ্ডত স্পষ্টহৈ ফুটি উঠিল। মেইনাৰৰ অন্তৰ কঁপি গ'ল।

"এতিয়া নতুন উইলখনৰ কথাকেই কওঁ বাৰু। সেই বিষয়ে যাতে পিচত গৈ মই আন দিগদাৰিত পৰিব নেলাগে সেইটো আপুনি চাব। আগৰ উইলখনৰ আপুনি পুনৰ বেলেগে লিখিব লাগিব। মোৰ পৰিবাৰে যাতে মোৰ আটাইখিনি ধন-সম্পত্তি অকলে নেপায় সেই কথাটোৰ কিবা এটা বন্দবস্ত কৰিব লাগে। মই হ'লো বিৰাট ধন-দৌলতৰ অধিকাৰী। সৰু এই ছোৱালীজনীয়ে অকলেনো ইমানবোৰ সম্পদ কি কৰিব? তথাপি বুজন ধৰণৰ অংশ এটা যাতে তেওঁ পায় সেই ব্যৱস্থা মই কৰি থৈ যাম। মেইনাৰ ছোৱালীজনীও হ'ল বেছ ভাল। মোৰ ঘৰবাৰী, মণিমুকুতা আৰু অলঙ্কাৰ পাতি এইবোৰ তেওঁ পাবই। তাৰ বাহিৰেও কেইলক্ষমান ডলাৰ দি গ'লেই যথেষ্ট হ'ব বুলি মই ভাবো। এইখিনিয়েই যথেষ্ট নহ'ব জানো?"

"আপুনি সঁচাকৈয়ে অতি জ্ঞানী আৰু সুবিচাৰক। সেইখিনিয়েই তেওঁৰ কাৰণে যথেষ্ট হ'ব বুলি মোৰো বিশ্বাস।"

দুয়োজনে ইঁহাৰ শব্দ ৰেকৰ্ডত শুনা গ'ল। তাৰ পিচত ক্ষন্তেক নীৰৱতা। তাৰ পিচত ৰিচমণ্ডৰ মাত পুনৰ শুনা গ'ল—"সেইটো বাৰু বুজা গৈছে। তেনেহ'লে এক লক্ষমান দিলেই নহ'ব জানো?"

"আপুনি কিন্তু এইমাত্ৰ দুইলক্ষ বুলিহে কৈছিল।"

"কৈছিলো নেকি? তেনেকৈ কোৱা মোৰ দেখোন মনতেই নপৰে। একলক্ষ দিলেই যথেষ্ট নহ'ব জানো! সিওতো কম সম্পত্তি নহয়। পিচে এই সকলোখিনি বন্দৱস্তত যাতে একো আইন বিষয়ৰ খুটিনাটি নেথাকে সেইটো চাব। কালিফোর্নিয়ালৈ যাত্রা কৰাৰ আগতেই মই এই কাগজ-পত্রবোৰত চহী কৰি থৈ যাম! আপোনাৰ বিষয়ে কি ব্যৱস্থা কৰা যাব কর্ফ ডাঙৰীয়া?"

চেক্রেটৰীয়ে একো উত্তৰ নিদিলে। ৰিচমণ্ডে কৈ যোৱা শুনা গ'ল "আপোনাৰ উচ্চাভিলাষ বৰ কম। পিচে আপুনি অতি ভাল মানুহ আৰু মোৰ একমাত্র ওচৰ সম্বন্ধীয়। মই সদায় আপোনাৰ ওপৰতেই ভৰসা কৰি আহিছো। পিচে আপোনাৰো বয়স হৈ আহিছে। আপোনাৰ কাৰণে ভবাটোও মোৰ অন্যতম কর্তব্য। তেন্তে আপোনাক কিমান অংশ দিয়াটো আপুনি বিচাৰে?"

"আগৰ উইলখনত মোক বিশ হেজাৰ ডলাৰ দিম বুলি আপুনি লিখিছিল।"

"সেইখিনি আপোনাৰ কাৰণে যথেষ্ট হ'ব জানো?"

"আপুনি সুধিছে যদি কওঁ বাৰু। সেই ধন তাকৰ হ'ব যেন লাগিছে।"

"তেনেহ'লে আপুনি কিমান বিচাৰে?"

কর্ফে গ'ল খেকাৰি মৰি ডিঙিটো পৰিষ্কাৰ কৰি লোৱা শব্দ ৰেকর্ডত শুনা গ'ল। তাৰ পিচত অতি ক্ষীণ আৰু ভীৰুৰ দৰে ক'লে "এশ"।

"এশ কি? এশ ডলাৰ?" হাঁহিত বুঢ়া যেন বাগৰি পৰিব। তাৰ পিচত আকৌ সোধা শুনা গ'ল—"নকয় কেলেই? এশ ডলাৰ নে এশ হেজাৰ ডলাৰ?"

"এশ হেজাৰ।"

"এতিয়াহে আচল কথাটো কৈছে, নহয় জানো? আপুনি জীৱনত আজি প্রথমবাৰৰ কাৰণে মৰসাহ কৰি কথা ক'লে যেন পাওঁ, গতিকেই আপোনাৰ এই আগ্রহত মই চেঁচা পানী নেঢালো। আপোনাক এশ নহয় তিনিশ দিম বাৰু।"

ঠিক এইখিনিতেই দুৱাৰত শব্দ হোৱা শুনা গ'ল। বুঢ়াই সুধিলে—"কোনে শব্দ কৰিছে।"

"চাহ আনিছে বোধহয়, ৰেকর্ডাৰটো বন্ধ কৰিম নেকি?" "কৰক। পিচে

আপুনি কথাবোৰ নেপাহৰিব...”

এইখিনি আধা কোৱা হওঁতেই ৰেকৰ্ডাৰটো বন্ধ কৰি দিয়া শব্দ শুনা গ'ল।

উশাহ বন্ধ কৰি একেথৰে মেইনাৰে ৰেকৰ্ডৰ কথাবোৰ শুনি গৈছিল। এই ৰেকৰ্ডখিনি কিহৰ বাবে কৰাই থোৱা হৈছিল সেই কথা তেওঁ বুজি নেপালে। ষ্টাৰ্লিং কেনেও তেওঁক আচল কথাটো বুজাই নিদিলে। কেনে ইতিমধ্যে আকৌ আগৰ ৰেকৰ্ডাৰটো চলাই দিলে। কেইটামান শব্দ হোৱাৰ পাছত তাত কেনৰ মাত্র শুনা গ'ল—“টেপৰেকৰ্ডিঙত উল্লেখ কৰা নতুন উইলখনৰ কথা আপোনাৰ জীয়েকক কেতিয়াবা কৈছিল নে বাৰু?

“কেলেই নকম?”

“সেই কথাখিনি তেওঁ কেনেদৰে ল'লে?”

“তেওঁ কেনেদৰে ল'লে সুধিছে? তেওঁ—মানে—কি বুলিনো কম? তেওঁ হতাশ হ'ল। ....আগৰ উইলখনত যে তেওঁৰ নামে সকলো সা সম্পত্তি লিখি দিয়া হৈছিল সেই কথাটোহে তেওঁ বাৰে বাৰে কৈছিল। ৰিচমণ্ডে পিচে তেওঁক কি কৈ গৈছে মই নেজানো। সেই বিষয়ে তেওঁৰেই মোতকৈ ভালদৰে জানিব।”

“এই নতুন উইলখনৰ পৰাতো আপোনাৰো যথেষ্ট লাভ হ'ল। নহয় জানো?”

“নিশ্চয়।”

“সেই বিষয়বোৰৰ কাৰণেই নিউয়ৰ্ক আহি পোৱাৰ লগে লগেই আপুনি উকীল মুক্তিয়াৰসকলৰ লগত কথা হ'বলগীয়া নহৈছিল জানো?”

“হয়।”

“তেনেহ'লে কাকো লগ নধৰিলে কেলেই?”

“মই সুবিধা কৰিবই নোৱাৰিলো।”

“কৰ্ফ ডাঙৰীযা। সঁচা কথাটো নকয় কেলেই? আপুনি যুক্তিসংগত উত্তৰ দিব পৰা নাই। মেইনাৰক বচাবৰ কাৰণেই ইচ্ছাকৃতভাৱে আপুনি সেইটো কৰা নাছিল জানো? পিচৰ উইলখন লিখি ঠিক ঠাক কৰাৰ আগতেই একো নভবা-নিচিন্তাকৈয়ে ৰিচমণ্ডক মেইনাৰে মাৰি পেলালে আৰু সেই কথা গুপুতে ৰাখিবলৈ আপোনাৰ জীয়েকে দুশ হেজাৰ ডলাৰৰ চেক্ এখনো দিলে। সিয়েই দেখোন সকলো কথা প্রমাণ কৰে।”

"সেই কথা সঁচা নহয়।"

"তেনেহ'লে চোৰৰ দৰে ৰাতি সেই টেপৰেকৰ্ডাৰটো আনিবলৈ কেলেই গৈছিল? ৰেকৰ্ডাৰটো আপুনি কোলেই নৈত পেলাই দিব খুজিছিল? ৰিচমণ্ডে দিয়া তিনিশ হেজাৰ ডলাৰ আপুনি কেলেই নল'লে? কৰ্ফ ডাঙৰীয়া! ঘটনা সম্পৰ্কে আমি যোগাৰ কৰা সাক্ষ্য প্ৰমাণবোৰলৈ ভালদৰে মন দি চাওকচোন বাৰু! দেখা যাব যে মেইনাৰক বচাবৰ কাৰণে আপুনি অহোপুৰুষাৰ্থ কৰিছে।"

"আপোনাৰ সিদ্ধান্ত ভুল বুলি মই কওঁ।"

এইখিনিতেই কেনে ৰেকৰ্ডাৰটো বন্ধ কৰি মেইনাৰৰ ফালে চাই সুধিলে— "এই বিষয়ে আপুনি কি কয় মেমচাহেব! এই সাক্ষ্য প্ৰমাণবোৰ মিছা বুলি ক'ব খোজে নেকি?"

"এই সকলো কথা মই অস্বীকাৰ কৰিছো। একেবাৰে শেষলৈকেও সেই একেটা কথাকেই মই কম। মোক সকলো সা-সম্পত্তি দিম বুলি উল্লেখ কৰা উইল এখন অৱশ্যে আছিল। কিন্তু আনখনৰ কথা মই একোকেই নেজানো। মোৰ দৃঢ় বিশ্বাস যে মোৰ স্বামীয়ে সেইখন কেতিয়াও লিখোৱা নাছিল।"

"তেনেহ'লে কোনে কৰালে?"

সেইকথা মই নেজানো। ৰেকৰ্ডত ওলোৱা মাতটো মোৰ স্বামীৰ মাত যেনেই লাগে। কিন্তু মোৰ মনত সন্দেহৰ ভাব এটা হৈছে যে সেয়া যেন তেখেতৰ কণ্ঠস্বৰ নহয়।"

"মেমচাহেব! অলপ দিনৰ ভিতৰতেই আদালতত আপোনাৰ বিচাৰ হ'ব। নৰহত্যাৰ অপৰাধত আপোনাৰ বিপক্ষে অভিযোগ অনা হ'ব। গতিকে আপুনি কেনেধৰণৰ প্ৰতিৰক্ষা দিয়ে সেই বিষয়ে এতিয়াৰ পৰাই ঠিক কৰক। ভাল উকীল এজনো ধৰক। ৰিচমণ্ডৰ উকীলসকলে আপোনাৰ হৈ হাজিৰ হোৱাহি নাই কেলেই বাৰু?"

"সেই সকলোবোৰ কৰ্ফে কৰাৰ কথা আছিল।"

"তেনেহ'লে এতিয়াও মোক প্ৰকৃত কথাটো নকওঁ বুলিয়েই ভাবি আছে নেকি মেমচাহেব...?"

"মোক বিশ্বাস নকৰে কিয়? মই কোৱা সকলো কথা দেখোন আপুনি হোৱাই-নোহোৱাই উৰাইহে দিছে।"

"কাৰণ প্ৰকৃত ৰহস্যটো উদঘাটন কৰাটো মোৰ কৰ্তব্য।"

"কিন্তু আপুনিয়েই যদি মোক বিশ্বাস নকৰে, তেনেহ'লে বিচাৰৰ সময়ত জুৰিৰ সভ্যসকলেও দেখোন মই কোৱা কথা বিশ্বাস নকৰিব।"

"সেই কাৰণেই মই বাৰে বাৰে কৈ আছো যে আপুনি দোষ স্বীকাৰ কৰক। সকলো দোষ স্বীকাৰ কৰি আদালতৰ সন্মুখত ক্ষমা ভিক্ষা কৰাৰ বাহিৰে আপোনাৰ আন একো উপায় নাই বুলিয়েই মই ভাবো।"

উদাসভাৱে মেইনাৰে শূন্যলৈ চালে। তেওঁ কেনৰ কথাৰ একো উত্তৰ দিব নোৱাৰিলে। বেচেৰীৰ চকুপানীৰ নিজৰা বৈ গ'ল। সৰ্বশৰীৰ যেন দুখ-বেদনাত ছাটিফুটি কৰিছে। তেওঁ অতিকৈ অৱশ হৈ পৰিছে। তথাপি মেইনাৰৰ যেন আজি আৰু একোলৈকে ভয় নাই। জগতৰ সকলো বিপদ-বিঘিনি আহিও তেওঁক যেন লৰাব নোৱাৰে। অনাহাৰ, অনিদ্ৰা, শীত বা চিন্তায়ো যেন তেওঁক আজি অৱসাদ আনি দিব নোৱাৰে। তেওঁৰ মনত খেলালে যে তেওঁ এতিয়াও জীয়াই আছে। মৃত্যু হোৱা নাই। তেওঁ কাণেৰে যেন মানুহৰ মাত-কথা সকলো শুনিছে। কিন্তু তথাপি তেওঁ যেন আজি এক ধুমুহাৰ সন্মুখত। প্ৰলয়ংকৰী আৰু বীভৎস এক বিভীষিকাই যেন তেওঁক আগুৰি ধৰিছে।

আবদ্ধ কৰি ৰখা কোঠালিটোলৈ মেইনাৰক পুনৰ প্ৰেৰণ কৰা হ'ল। মনত এইবোৰ ভাব-চিন্তা লৈ সৰু খাটিয়াখনত শুই পৰাৰ কিছু সময় পিচত নিদ্ৰাদেৱীয়ে আঁকোৱালি লৈ ক্ষন্তেক সময়ৰ কাৰণে তেওঁৰ অশান্ত মনক জিৰণি দিলে।

হাজোতৰ মেট্ৰনগৰাকীয়ে মন্তব্য কৰিলে যে মেইনাৰ নিশ্চয় দোষী হ'বই লাগিব। নহ'লে ইমান নিশ্চিন্ত হৈ তেওঁ কেতিয়াও টোপনি যাব নোৱাৰে। গভাইত দাগী আৰু দোষী চোৰেহে ইমান নিশ্চিন্ত হৈ টোপনি যাব পাৰে।

পিচদিনা গোটেই দিনটো মেইনাৰক অকলশৰে থাকিবলৈ দিয়া হ'ল। অকলশৰীয়া সেই কোঠালিটোত বেচেৰী নিঃশব্দে বহি থাকিল। তেওঁক সহায় কৰিবলৈ সংসাৰত আৰু কোনো নাই। আজিৰ এই বিপদত এবাৰি আয়ে দেহি আৰু এটি হমুনিয়াহ মেইনাৰে বিচাৰিছিল। কিন্তু দুখেভৰা জীৱনত মাত এবাৰি মাতিবলৈকো তেওঁৰ আত্মীয়-স্বজন কোনো নাই। সেই নিস্তব্ধতা যেন মহাশ্মশানৰ নিস্তব্ধতাহে। নিজৰ উশাহ-নিশাহৰ শব্দৰ বাহিৰে ক'তো টোকৰ এটাও শুনিবলৈ পোৱা নগ'ল। এই নীৰৱতাই মেইনাৰক আৰু বেছি ভীতি-বিহ্বলা কৰিলে। এই

দুৰ্যোগৰ সময়ত ভগৱানক প্ৰাৰ্থনা কৰি হয়তো মনত অলপ শান্তি পোৱা গ'লহেঁতেন। কিন্তু জীৱনৰ কঠোৰ সংগ্ৰামত জ্বলা-কলা হৈ মেইনাৰে ভগৱানকো বিশ্বাস নকৰা হৈ পৰিছিল। গতিকে সেই ভয়াৱহ নীৰৱতাৰ মাজত থকাৰ বাহিৰে আন উপায় আৰু বেচেৰীৰ নাছিল।

আবেলি হৈ যোৱাৰ পিচত সন্ধ্যাৰ আগে আগে তেওঁক বাহিৰা মানুহ দেখা কৰা কোঠালিটোলৈ পুনৰ লৈ যোৱা হ'ল।

তাত এণ্টন কৰ্ফ আগৰে পৰা বহি আছিল। তেওঁক দেখা সত্ত্বেও মেইনাৰে মনোভাবৰ একো সালসলনি কৰি নেদেখুৱালে। তেওঁৰ উপস্থিতিলৈ মেইনাৰে যেন কোনো গুৰুত্বই দিয়া নাই। প্ৰকৃততে মেইনাৰৰ মনত খং বা ক্ৰোধ নাইকিয়া হৈ গৈছে। সকলো যেন এক বিৰাট উদাসীনতাই আবৰি ধৰিছে। অন্যমনস্কভাৱেই তেওঁ কৰ্ফৰ মুখামুখি হৈ বহিল আৰু কৰ্ফে প্ৰথমে কথা আৰম্ভ কৰিব বুলি অপেক্ষা কৰি ৰ'ল। এণ্টন কৰ্ফেই ক'বলৈ ধৰিলে—

"ষ্টাৰ্লিং কেনক মই এইমাত্ৰ লগ পালো। তেওঁৰ আগত সকলো কথা ভাঙি পাতি কৈ তুমি যি মূৰ্খামিৰ পৰিচয় দিলা তাৰ কাৰণে তোমাক ধন্যবাদ দিবলৈহে আজি মই আহিছো। তুমি বোধহয় বুজিব নোৱাৰিলা যে মোৰ ওপৰত দোষাৰোপ কৰিবলৈ গৈ মোক তুমি উপকাৰহে কৰি দিলা।"

মেইনাৰে একো নেমাতিলে।

কৰ্ফে কৈ গ'ল—"মই তোমাৰ পৰা বিদায় ল'বলৈহে আহিলো। অনতিবিলম্বেই জুৰিৰ সন্মুখত আদালতত তোমাৰ বিচাৰ হ'ব। তোমাক যে দোষী সাব্যস্ত কৰিব তাত কোনো সন্দেহ নাই। তেতিয়াহ'লে লগত সাক্ষী এজন নৰখাকৈ তোমাৰ লগত মোক দেখা কৰিবলৈও নিদিব। আন মানুহ সন্মুখত ৰাখিনো আৰু কি দৰ্কাৰী কথা-বতৰা পাতিম।"

মেইনাৰে সুধিলে—"টেপৰেকৰ্ডাৰত উল্লেখ কৰা উইলখনৰ বিষয়ে দেখোন মই একো বুজিবই পৰা নাই।"

এণ্টন কৰ্ফে দুই ওঁঠত হাঁহি বিৰিঙাই ক'লে—"সেই বিষয়ে জনাৰ পিচত তুমি যে আচৰিত হ'বা মই জানিছিলোৱেই। তুমি জানাই যে হত্যাকাণ্ডৰ কাৰণ নিৰ্ণয়ৰ সময়ত আচামীৰ উদ্দেশ্য আৰু মনোভাবৰ কথা আদালতে প্ৰথমেই বিচাৰ কৰিব। আদালতৰ সেই বিচাৰত সুবিধা কৰিবৰ কাৰণেই মই এই অভিনৱ বুদ্ধিৰ অৱতাৰণা

কৰিছিলো। বহুদিন আগতেই মই এইখিনি ৰেকৰ্ড কৰি থৈছিলো। সেয়া যে ৰিচমণ্ডৰ মাত নহয় তুমি জানানে? মইয়েই ৰিচমণ্ডৰ নিচিনাকৈ সুন্দৰকৈ সেই মাত উলিয়াইছিলো।"

"সেয়া ৰিচমণ্ডৰ মাত নহয় বুলি মই বুজিছিলোৱেই।"

"কিন্তু তুমি স্বীকাৰ কৰিবলৈ বাধ্য যে অবিকল ৰিচমণ্ডৰ মাতকেই মই বাহিৰ কৰিছিলো। পিছে পুলিচকেইজনে ৰেকৰ্ডাৰটো বিচাৰি উলিয়ালেগৈ। টনা-আজোৰাত পানীত নপৰাকৈ ভাগ্যেহে ৰেকৰ্ডাৰটো ৰ'ল।"

"এনেকুৱা অসৎ উপায় অৱলম্বন কৰি টকা ঘটিবলৈ আপোনাৰ লাজ নেলাগেনে?"

"তুমি তেনেই আঁকৰী ছোৱালী। জীৱনটো নিচেই ক্ষন্তেকীয়া। থকা দিন-কেইটা আনন্দ উপভোগৰ মাজত কটোৱাই শ্ৰেয়ঃ।"

"মই আপোনাৰ সেই ষড়যন্ত্ৰৰ মাজত নাই। মোক ক্ষমা কৰক। আপুনি যি কয় মই তাকেই কৰিম, কিন্তু মোক বাছি থাকিবলৈ দিয়ক।"

"সেইবোৰ ভাবপ্ৰৱণতাৰ মাজত সোমাইনো কি লাভ?" "ষ্টাৰ্লিং কেনৰ লগত হয়তো মই বুৰ্বকামি কৰিছিলো। কিন্তু আপুনি বুজা উচিত হ'ব যে মোৰ উকীলে আপোনাৰ ক্ষেত্ৰত সেই ভুল নকৰে।"

"তুমি বোধকৰো জনাই নাই যে কেইবাজনো নিৰ্ভৰযোগ্য সাক্ষী যথেষ্ট পইচা খৰচ কৰি মই হাত কৰি থৈছোঁ। তেওঁলোকৰ এজনে সাক্ষ্যত প্ৰমাণ কৰিব যে ১৯৪৬ চনৰ পৰা তুমি ৰেডট নামৰ মহিলা এগৰাকীৰ লগত কেট্‌চত বাস কৰিছিলা। সাক্ষীয়ে আৰু প্ৰমাণ কৰিব যে বহুবছৰ ধৰি তুমি হামবাৰ্গলৈ যোৱাই নাই। তেতিয়াহ'লে অহোপুৰুষাৰ্থ কৰিও তুমি আদালতক বুজাব নোৱাৰিবা যে হামবাৰ্গৰ বাতৰি কাকত এখনত ওলোৱা জাননীৰ সূত্ৰতহে তোমাৰ লগত মোৰ প্ৰথম সাক্ষাৎ হৈছিল।"

"কিন্তু মই কাম কৰা প্ৰকাশক কোম্পানীৰ মানুহে মোৰ লগত কেতিয়াও বিশ্বাসঘাতকতা নকৰিব বুলি মোৰ দৃঢ়বিশ্বাস।"

"তেওঁবিলাকে ফ্ৰালিন মেইনাৰ নামৰ ছোৱালী এজনীৰ কথাহে ক'ব। মিছ কৰ্ক্‌ৰ কথা তেওঁলোকে একোকেই নেজানে।"

"মোৰ দেহৰ গঠনৰ পৰাই তেওঁলোকে মোক চিনি পাব।"

"সেইটো অৱশ্যে হয়। তথাপি ইয়াৰ অন্য এটা দিশো আছে। মোৰ সাক্ষ্য প্ৰমাণক সন্দেহ কৰিবলৈ কিবা স্থল নেথাকিলে তুমি যিমান নক'লেও তোমাৰ কথা কোনেও বিশ্বাস নকৰিব। কিয়নো মই এনেকুৱা নিৰ্ভৰযোগ্য সাক্ষ্য প্ৰমাণ দিম যে তাত অকণো খুত নেথাকিব। তেনেকুৱা নিৰ্ভৰযোগ্য সাক্ষী তুমি পাবাই বা ক'ত? তদুপৰি মৰাশটো তেনেকৈ কঢ়িয়াই অনাৰ বিশ্বাসযোগ্য উত্তৰকেই বা তুমি কি দিবা? তোমাৰ বেগত পোৱা বিষৰ গুৰিবোৰৰ কথাই বা তুমি কি বুলি ব্যাখ্যা কৰিবা! এইটোও পাহৰি নেযাবা যে ইতিমধ্যে এই মোকৰ্দমাৰ কথা চাৰিওফালে বহলভাৱে প্ৰচাৰ হৈ গৈছে। সকলোৱেই মনোযোগেৰে এই মোকৰ্দমাৰ বিচাৰৰ বাবে অপেক্ষা কৰিছে। জগতৰ মানুহে তোমাক আজি কপট, নিষ্ঠুৰ হত্যাকাৰিণী বুলি পৰিগণিত কৰিছে।"

মেইনাৰে প্ৰায় চিঞৰিয়েই ক'লে—"আপুনি ইয়াৰ পৰা গুচি যাওক। এতিয়াই মোৰ চকুৰ আগৰ পৰা আঁতৰ হওক। আপোনাক বিশ্বাস কৰাৰ বাবে মই আজি অতিকৈ লজ্জিতা।" এইবুলি কোৱাৰ পিচতেই অৱশ হৈ মেইনাৰ চকীখনত আঁউজি বহি পৰিল।

"তেনেহ'লে বিদাযহে" এই বুলি কেৰাহীকৈ মেইনাৰলৈ চাই এণ্টন কৰ্ফ লাহে লাহে কোঠালিটোৰ পৰা ওলাই গ'ল।

মেইনাৰ আকৌ নিজৰ কোঠালিলৈ ঘূৰি গ'ল। এক বিৰাট অৱসাদে তেওঁক আবৰি ধৰিছে। এই কপট জালৰ পৰা ওলাই যাবলৈ উপায় নাইকিয়া হৈ প'ৰিছে। কিবা কাৰণবশতঃ মৃত্যুদণ্ডৰ আদেশ নহ'লেও আজীৱন কাৰাবাসৰ হুকুম যে হ'ব সি নিশ্চয়। কাৰাগাৰত ভালদৰে চলন-ফুৰণ কৰিলে ভাল স্বভাৱ-চৰিত্ৰৰ কাৰণে হয়তো শেষৰ ফালে কিছুদিনৰ শাস্তিৰ পৰা ৰেহাই পাব। কিন্তু আজীৱন কাৰাবাসৰ লগত সিনো কেইদিন? তেওঁৰ বয়স এতিয়া চৌত্ৰিশ বছৰ হ'লেই। কাৰাগাৰৰ পৰা ওলাই অহাৰ সময়ত তেওঁ দেখোন বুঢ়ী হ'বগৈ। ভৱিষ্যৎ বুলিবলৈ তেওঁৰ জীৱনত সেইটোহে আছে। এই কথা ভাবি ভাবি অৱসাদ আৰু ক্লান্তিত মেইনাৰ বিছনাত বাগৰি পৰিল।

তাৰ পিচত ভৰিৰ পৰা মোজা দুপাত খুলিলে। পাতল কোমল সূতাবোৰে মেইনাৰৰ ভৰিত নিমজ দাগ বহুৱাই থৈছে। এনেকুৱা ধুনীয়া মিহি মোজা তেওঁনো জীৱনত আৰু কেতিয়া পিন্ধিবলৈ পাব। অতি মৰমেৰে মোজাযোৰকেই মেইনাৰে হাতেৰে মোহাৰিবলৈ ধৰিলে। বিলাসী জীৱনৰ সামগ্ৰী হিচাপে এই

বন্ধ কাৰাগাৰত মোজাযোৰহে তেওঁৰ লগত আছে। পিন্ধা কানি-কাপোৰবোৰো মলিয়ন হৈ পৰিছে। এই মোজাযোৰেই যেন তেওঁৰ জীৱনৰ লগত এটা যোগসূত্ৰ......জীৱন আৰু ......

এইদৰে ভাবি ভাবি অজানিতেই দুই হাতেৰে মোজা দুপাত তেওঁ টানিবলৈ ধৰিলে। নাইলনৰ মোজাযোৰ দীঘল হৈ গ'ল। কিন্তু নিছিঙিল। আকৌ দুবাৰমান তেওঁ টানি চালে। আগতকৈ দীঘলহে হৈ গৈছে, তথাপি ছিঙি যোৱা নাই। মেইনাৰে ভাবিলে যে এই মোজাযোৰ দেখোন ৰছী হিচাপেই ব্যৱহাৰ কৰিব পৰা যায়। দুয়োপাত মোজা একেলগে বান্ধি দীঘলীয়া কৰি লৈ ওপৰৰ এঠাইত গাঁঠি লগাই ল'ব পাৰিলেই দেখোন কামটো হৈ যায়......।

গাঁঠিটো নিশ্চয় বেছ ভালকৈ লগাব লাগিব......তেতিয়া এই সকলো কেলেংকাৰিৰ হাত সাৰিব পৰা যাব। ......লাজ-অপমানৰ বোজা ব'বলৈও তেতিয়া নেলাগিব। কোনো প্ৰশ্ন, কোনো সাক্ষীৰেই তেতিয়া অকণো আৱশ্যক নহ'ব।

ক'ব নোৱাৰাকৈয়ে মেইনাৰে দুহাতেৰে গোটেই শৰীৰটোত হাত ফুৰাই চালে। এই ধুনীয়া শৰীৰ লৈ তেওঁ আৰু বাচি নেথাকিব। ধুনীয়া গছ-গছনি, নীলিম সাগৰ, বাধাহীন উৰ্মিমালা, বিশাল সোণালী বালিৰ দলিচা আৰু উপকূলৰাজি একোকেই তেওঁ পুনৰ দেখা নেপাব। সেই কথা ভাবিলে মনটো কিবা লাগি যায়। তেওঁ কান্দিছে নেকি বাৰু? কেলেই কান্দিব। কান্দিবলৈতো একো হোৱা নাই! এই অযথা কান্দোনৰ বাবে মেইনাৰৰ নিজৰ ওপৰতেই খং উঠিল। অন্তৰৰ নিভৃততম কোণৰ পৰা মেইনাৰক যেন কোনোবাই কৈছে—"জীৱন আৰু মৰণ একেই বস্তু। তাৰ কোনো প্ৰভেদ নাই। গতিকে মৰণলৈ ভয় কিহৰ? সেইবাবেই আৰু পলম কৰাৰ কোনো কাৰণেই থাকিব নোৱাৰে......।"

তেওঁ শোৱাৰ পৰা উঠিল আৰু খিৰিকিৰ ওচৰলৈ গৈ কোঠালিটোৰ ফালে কোনোবা আহিছে নেকি ভুমুকিয়াই চালে। বাৰাণ্ডাৰ কিছু আঁতৰত মেট্ৰন-গৰাকীক মেইনাৰে দেখিলে। তেওঁ সেই ফালেই আহি আছে। অজানিতেই তেওঁ গাঁঠি দি দীঘল কৰি থোৱা মোজাযোৰ কাপোৰৰ তলত লুকাই ল'লে। লৌহ কপাটৰ মাজেৰেই দুয়ো দুয়োকে চালে। তাৰ পিচত মেট্ৰনগৰাকীয়ে চাবিটোৰে ডাঙৰ তলাটো খোলা শব্দ শুনা গ'ল। মেট্ৰনগৰাকীয়ে মেইনাৰক ক'লে—"আপোনাক লগ ধৰিবলৈ কোনোবা মানুহ এজন আহিছে।"

"এন্টন কৰ্ফ আকৌ অহা নাইতো?" সচকিতা হৈ মেইনাৰে সুধিলে।

"কৰ্ফ নহয়।"

"তেনেহ'লে কোন আহিছেনো?"

"মই কেনেকৈ জানিম? আপুনি ওলাই আহক।" সপোন দেখা মানুহৰ দৰে বাৰাণ্ডাৰে গৈ তেওঁ কোঠালিটোৰ ওচৰ পালে। অলপ পিচতেই দুৱাৰখন মেল খালে আৰু মেট্ৰনগৰাকীয়ে তেওঁক ভিতৰলৈ ঠেলি দিলে। কোঠালিটোত সোমায়েই মেইনাৰে এজন অচিনাকি পুৰুষক দেখিলে। এইজন কোন হ'ব পাৰে বাৰু? ক'ৰবাত যেন কেতিয়াবা মানুহজন দেখিছিল তেনেকুৱা যেন লাগিছে দেখোন। মানুহজনেই তেওঁক প্ৰথমে মেইনাৰ বুলি মাত দিলে। এই মাতটো যেন অতিকৈ চিনাকি!

তেওঁ অতি আচৰিত হ'ল। প্ৰায় হতভম্বৰ দৰেই তেওঁ সুধিলে—"আপুনি, .......আপুনি কোন?"

"মেইনাৰ, মই জুলিয়াছ। মই তোমাৰ জুলিয়াছ।"

মেইনাৰে ভাবিলে তেওঁতো আৰু কাকো আজি বিচৰা নাই। শাস্তিৰে মৰিবলৈহে তেওঁ দিন গণি আছে!

মেইনাৰে তেওঁৰ কথা বিশ্বাস কৰিব পৰা নাই যেন অনুমান কৰি আগন্তুকজনে পুনৰ ক'বলৈ ধৰিলে, —"মেইনাৰ, সঁচাকৈয়ে মই জুলিয়াছ। সীমান্তৰ যুদ্ধত মোৰ মৃত্যু হোৱা বুলি খবৰ ওলাইছিল। প্ৰকৃততে গুলী লাগি মোৰ জখমহে হৈছিল। চিকিৎসালয়ত থকাৰ পিচত আৰোগ্য হৈ ওলাই আহিয়েই তোমাক বিচাৰিলো। কিন্তু তোমাৰ খবৰ কোনেও দিব নোৱাৰিলে। আমাৰ পৰিয়ালৰ আন কাকোকেই বিচাৰি নেপালো। ধ্বংস লীলাৰ স্মৃতিবিজড়িত জাৰ্মান দেশত থাকি অকণো ভাল নেলাগিল। সেই কাৰণে বহু বছৰ আগতেই আমেৰিকালৈ আহি উইচ্‌কন্‌চিনত বসতি কৰিলোহি। মোক বিশ্বাস কৰা মেইনাৰ!"

মেইনাৰৰ অন্তৰ গলি গ'ল। আনন্দাশ্ৰুৰ নৈ বৈ গ'ল। আধা ভগা মাতেৰে মেইনাৰে ক'লে—"তুমি সঁচাকৈয়ে জুলিয়াছ.....তুমি জুলিয়াছ?"

"হয়, মই জুলিয়াছ। তোমাক সহায় কৰিবলৈ আহিছো।"

"জুলিয়াছ! মই বৰ জঘন্য ষড়যন্ত্ৰ এটাৰ মাজত ডুব খাই গ'লো। এই জালৰ বান্ধোনৰ পৰা যে কোনোবাই মোক মুকলি কৰি নিব পাৰিব সেই

আশা মই এৰি পেলাইছো।”

“তুমি তেনেকৈ নকবা।”

“মোৰ বাইদেউ আৰু ভাগিনটি নমৰি মই মৰাহ'লেহে ভাল আছিল।”

“মেইনাৰ! তাঁহাতৰ মৃত্যুৰ পিচত ময়ো সেই কথাই বহু দিনলৈ ভাবিলো। দিন গৈ অহাৰ লগে অৱশ্যে মোৰ মনলৈ ভালেখিনি স্থিৰতা আহিছে। সেই স্মৃতিয়ে মোক এতিয়া কষ্ট দিব নোৱাৰে।”

“তোমাৰ মনৰ এনেকুৱা পৰিবৰ্তন কেনেকৈ হ'ল বাৰু?”

“এইবাৰ কিন্তু মোৰ মনৰ পুনৰ সলনি নহয়। সেই কথা তুমি বুজা যেন।”

“তুমি মোক কেনেকৈ বিচাৰি উলিয়ালা? মোকটো মেইনাৰ নামেৰে এতিয়া কোনেও নেজানে?”

“প্ৰায় সকলোবোৰ বাতৰি কাকতেতেই তোমাৰ ছবি বাহিৰ হৈছিল। ছবিটো দেখিয়েই মই তোমাক চিনি পালো আৰু লগে লগেই ইয়ালৈ আহিছো।”

“তুমিতো মোক বহুদিন আগৰে পৰাই জানা। মই দোষী বুলি তুমি ভাবিব পাৰা জানো?”

“ভাবিব পাৰো জানো?”

জুলিয়াছে মূৰ জোকাৰি ক'লে যে তেওঁ সেই কথা কেতিয়াও ভাবিবই নোৱাৰে। তাৰ পিচত আকৌ কৈ গ'ল ঃ—

“ক'ত কি হৈছে মই একো ধৰিবই পৰা নাই। যদি প্ৰকৃততে তেনেকুৱা এটা ঘটনা হৈছিলেই তেনেহ'লে তাতেইবা কি হ'ল? মহাযুদ্ধৰ অমানুষিক ঘটনাৱলী আৰু সমূহীয়া নৰহত্যাৰ পিচত এজনক মাৰিলে কোনোবা জানো দোষী হ'ব পাৰে। যুদ্ধৰ সময়তেই মোৰো সকলো আত্মীয়-স্বজন হেৰুৱালো। তুমি মোৰ খুলশালী ছোৱালী; আৰু মোৰ আপোন মানুহৰ ভিতৰত জীয়াই থকা প্ৰাণী একমাত্ৰ তুমিয়েই। গতিকে সকলো শক্তি প্ৰয়োগ কৰি এই অপৰাধৰ পৰা তোমাক বচাবলৈ মই যৎপৰোনাস্তি চেষ্টা কৰিম।”

মেইনাৰে যেন আত্মবিশ্বাস হেৰুৱাই পেলাইছে। তেওঁ যেন ভৱিষ্যতক বিশ্বাস কৰিবলৈ অক্ষম। সেই কাৰণেই জুলিয়াছৰ কথাত তেওঁ উদাসৰ হাঁহিহে এটা মাৰিলে। তাৰ পিচত বেছ টানকৈ ঢেক্‌ঢেক্‌কৈ হাঁহিবলৈ ধৰিলে।

"তুমি তেনেকৈ হাঁহিছা কেলেই?"

"তুমি যে মোক ৰক্ষা কৰিবলৈ আহিছা সেই কথা ভাবিয়েই মোৰ হাঁহি উঠি গ'ল। সেই চেষ্টাৰ কিবা সুফল হ'ব বুলি ভাবিছা নেকি? সেইবোৰত মোৰ আৰু কোনো বিশ্বাস নাই। তুমি যে মোক লগ ধৰিবলৈ আহিলা সেয়েই মোৰ বাবে যথেষ্ট। বিচাৰত মোক দণ্ডবিধানেই কৰক কিম্বা খালাচেই দিয়ক সেই বিষয়ে মই ভাবি আৰু মূৰ ঘোলা নকৰো।"

"তুমি পিচে মিছাকৈয়ে ধৈৰ্য হেৰুৱাইছা। এনেকুৱা বিপদত মন স্থিৰ কৰি ৰাখিব লাগে।"

"হামবাৰ্গ চহৰত মই আছিলো বুলি আদালতত প্ৰমাণ কৰিবলৈ মোক অন্ততঃ এজন বিশ্বাসযোগ্য সাক্ষীৰ দৰ্কাৰ হৈ পৰিছে। তেতিয়া হ'লেই কৰ্ফৰ ষড়যন্ত্ৰ চূড়মাৰ হৈ যাব। পিচে সেই বিষয়েও মই উদাসীন। মোক হয়তো খালাচকেই কৰি দিব। কিন্তু তাতেইবা কি হ'ব? মানুহৰ আগত মুখ দেখুৱাবলৈ মোৰ আৰু মন নাইকিয়া হৈছে।"

"সেই কথা মই অৱশ্যে বুজিছো।"

"যি ধন-সম্পত্তিৰ কাৰণে এই আচৰিত ভাও ল'বলগীয়া হৈছিল, সেইবোৰলৈ মোৰ আৰু কোনো আকাঙ্ক্ষাই নাই। শেষত এণ্টন কৰ্ফৰ কি হ'ব গৈ সেই বিষয়েও মই একো ভবা নাই। কিন্তু মোৰ অন্তৰৰ ভিতৰত এটা উৎস যেন ভাগি গৈছে। সেই কাৰণেহে মোৰ মনটো অলপ চঞ্চল হোৱা যেন লাগিছে। তাক যেন আকৌ নতুন ৰূপ দিম।"

"সকলো অতিক্ৰম কৰি তোমাৰ দিন ভালৰ ফাললৈ আহি আছে। তোমাৰ মানসিক সত্তাৰ এতিয়াও মৃত্যু হোৱা নাই। তুমি অধৈৰ্য নহ'বা।"

"কিন্তু আদালতে মোক মুক্তি দিলেও এই কেলেংকাৰি কাহিনী মানুহৰ মুখে মুখে যে প্ৰচাৰ হৈ থাকিব!"

"মেইনাৰ, আমেৰিকাখন বৰ ডাঙৰ দেশ। ইয়াত এইবোৰ কথাত মানুহ ব্যস্ত নেথাকে। অতি সহজেই ইয়াৰ মানুহে এই সকলো পাহৰি যাব। তেতিয়া নিজ মনে তুমি চলাফুৰা কৰিব পাৰিবা। এই অভিযোগৰ পৰা যে তুমি খালাচ পাবা মই ভালদৰেই জানো। মোকৰ্দমা শেষ হোৱাৰ পিচত তুমি দেখোন মোৰ লগতেই উইচ্‌কন্‌চিনলৈকে আহিব পাৰা। তাত প্লাচ্‌ষ্টিক ফেক্টৰী এটাত মই বৰ

ভাল কাম এটা কৰি আছো। তোমাৰ বাইদেউৰ মৃত্যুৰ পিচত মই পুনৰ্বিবাহো কৰোৱা নাই। সেই বিষয়ে মই এতিয়ালৈকে একো ভবাও নাছিলো।"

"তেনেহ'লে এতিয়া সেই কথা তুমি কেনেকৈ ভাবিছা!"

"কিয়নো আমি দুয়ো লগ হৈ আমাৰ ব্যক্তিগত নিৰ্জনতা দূৰ কৰিবলৈ চেষ্টা কৰিব পাৰো। তোমাক যে মই অন্তৰৰ ভালপোৱা দিব পাৰিম সেই কথা মই নকওঁ। কিন্তু সম্ভৱতঃ আমি প্ৰত্যেকেই জীয়াই থাকিবলৈ কিবা এটা প্ৰেৰণা হয়তো পাম। সেই বিষয়ে অৱশ্যে মই তোমাক কোনো প্ৰশ্নকেই নকৰো। সম্প্ৰতি তোমাৰ জীৱনৰ এই দুৰ্যোগৰ কাহিনীকেই তুমি মোক ক'ব পাৰা আৰু সকলো কথা মই ধৈৰ্য সহকাৰে শুনিম।"

"জীৱনত আকৌ কাৰোবাক যে বিশ্বাস কৰিব পাৰিম সেই কথা মই ভাবিবই নোৱাৰা হৈছো।"

"তোমাৰ সেই বিশ্বাস যে ভুল সেই কথা প্ৰমাণ কৰাটোকেই মোৰ জীৱনৰ অন্যতম লক্ষ্য এটা কৰি ল'ব লাগিব যেন পাইছো।"

"জুলিয়াছ, তুমিনো মোক কেলেই পাবলৈ বিচাৰিছা বাৰু?" এতিয়া মই আৰু গাভৰু হৈ থকা নাই। তিক্ততা আৰু দৰিদ্ৰতাই মোৰ জীৱন আবৰি ধৰিছে। মোক আদালতে খালাচ দিলেও সেই ধন-সম্পত্তি মই আৰু চুব নোৱাৰিম।"

"মই তোমাৰ ধন-সম্পত্তি বিচৰা নাই সোণ। সঁচাকৈ ক'বলৈ গ'লে অকলশৰীয়া হৈ আৰু জীৱন যাপন কৰিব খোজা নাই।"

মুখামুখিকৈ বহি দুয়ো তাত এইদৰে কথাবাৰ্তা পাতি থকা সময়তেই কোঠালিটোৰ দুৱাৰখন খুলি ষ্টাৰ্লিং কেন সোমাই আহিল। জুলিয়াছ উঠি থিয় দিলে। ইন্সপেক্টৰে মেইনাৰলৈ চাই ক'লে—"আপোনালোকৰ কথাত বাধা দিবলগীয়া হোৱাৰ কাৰণে মই নিজেই দুখীত। কিন্তু ইফালে আন কেইবাটাও নতুন কথা বাহিৰ হৈছে। ঘটনাই অন্য ৰূপ লৈছে। আপুনি এতিয়া মোৰ লগত অফিচলৈ আহিব লাগিব।"

একে উশাহেই মেইনাৰে সুধিলে —"কেলেই!"

কেনে মেইনাৰলৈ চাই হাঁহিলে। এই হাঁহিত যেন সৌহাৰ্দ্যৰ ভাব এটা আছে। তাৰ পিছত তেওঁ ক'লে—"আপোনাক দিবলগীয়া খবৰ বহুতো আছে।

সেই কাৰণে মই নিজেই আপোনাক নিবলৈ আহিছো।'

মেইনাৰে জুলিয়াছৰ চকুলৈ চালে। তেওঁৰ চকুৰ দৃষ্টিতো যেন মেইনাৰে আশাৰ সঞ্চাৰ এটা দেখিবলৈ পালে। তাৰ পিচত জুলিয়াছক কেনৰ লগত চিনাকি কৰি দি ক'লে—"এয়া মোৰ ভিনদেউ জুলিয়াছ ক্লেন। তেখেত উইচ্‌কন্‌চিনত থাকে। তেখেতে ইতিমধ্যে যুদ্ধ ক্ষেত্ৰত প্ৰাণ বিসৰ্জন দিয়া বুলিহে মই ভাবি আছিলো। বাতৰি কাকতত প্ৰকাশ হোৱা মোৰ ছবি দেখি মোক সহায় কৰিবলৈ আহিছে। তেখেতকো লগত লৈ যাব প'ৰোনে বাৰু?"

"নিশ্চয় পাৰিব। তেখেতক মই ইতিমধ্যে লগ পাইছিলোৱেই। মোৰ গাড়ী বাহিৰতেই আছে। আমি এতিয়া যোৱাহে ভাল হ'ব।"

বাহিৰত ৰখাই থোৱা গাড়ীখন ক'লা ৰঙৰ সাধাৰণ গাড়ী যেনেই দেখা গৈছিল। কিন্তু গাড়ীখনৰ ওপৰত এটা চাইৰেণ লগোৱা আছিল আৰু উজ্জ্বল বিশেষ ধৰণৰ লাইট এটা বন্ধা আছিল। এই দুটা বস্তুৰ কাৰণেই আন গাড়ীৰ লগত এইখন গাড়ীৰ পাৰ্থক্যটো ওলাই পৰিছিল। নিউয়ৰ্ক চহৰৰ আলিত এই গাড়ীখন গ'লে আন সকলো গাড়ীয়েই বাট এৰি আগবাঢ়ি যাবলৈ দিছিল।

গাড়ীখন গৈ পুলিচ থানা পালেগৈ। তেওঁলোক থানাৰ ভিতৰত বহিলগৈ। লগে লগে খাকী পোছাক পিন্ধা চিপাহী এজনে এণ্টন কৰ্ফক থানাৰ সেই কোঠালিটোলৈ লৈ আহিল।

অতি বিস্ময় সহকাৰে মেইনাৰে এণ্টন কৰ্ফলৈ চালে। তেওঁৰ পিন্ধা কাপোৰকানি আগৰ দৰেই পৰিপাটী যেনেই লাগিছিল। পিচে ক'ৰবাত যেন কিবা এটা বিশৃঙ্খলতাই ঠাই পাইছে। তেওঁৰ চকুকেইটা বৰ নিস্তেজ যেন দেখা গ'ল। সেই নিস্তেজ চকুৰেই তেওঁ এবাৰ মেইনাৰলৈ চালে। তাৰ পিচতেই কেনলৈ চাই কাৰো লগত একো কথা-বতৰা নপতাকৈয়ে চকী এখনত বহি পৰিল। চিপাহীজন অলপ পিচলৈ গৈ দুৱাৰৰ ওচৰত থিয় দিলে।

কেনেই প্ৰথমে কথা আৰম্ভ কৰি ক'লে—"কৰ্ফ ডাঙৰীয়া, আপোনাক প্ৰশ্ন কৰিবলৈ কেলেই ইয়ালৈ অনা হৈছে সেই কথাৰ কাৰণ বিচাৰি আপুনি বাৰে বাৰে মোক দাবী জনাই আছে। সেই কথাৰ উত্তৰ এতিয়া মই আপোনাক ইয়াতেই দিম।"

কৰ্ফে উত্তৰ দিলে—"মই মনোযোগেৰে আপোনাৰ বক্তব্য শুনিম?" এইদৰে

কৈ তেওঁ এটা কাঠ হাঁহি মাৰিলে। তাৰ পিচত গাটো অলপ লৰাই চকীখনত আৰামকৈ বহি ল'লে। ইতিমধ্যে কেনে খৰটকীয়াভাৱে কিছুমান কাগজ-পত্ৰৰ ফাইল চাবলৈ ধৰিলে।

ফাইলবোৰ চোৱা হ'লত ইন্সপেক্টৰে মূৰ ডাঙি চাই আকৌ ক'বলৈ ধৰিলে—"কৰ্ফ ডাঙৰীয়া, ৰিচমণ্ডৰ পত্নীয়ে আমাক কেইটামান কথা কোৱাৰ পিচত আমি গতানুগতিকভাৱেই হামবাৰ্গৰ পুলিচ বিভাগলৈ তাঁৰযোগে খবৰ দিলো, আৰু মেইনাৰ নামৰ ছোৱালী এজনীৰ চিনাক্তকৰণ সম্বন্ধে প্ৰতিবেদন বিচাৰিলো। তাৰ পুলিচে উত্তৰত জনালে যে সেই নামৰ ছোৱালী এজনী আজি কেইমাহমান আগলৈকে প্ৰকাশক কোম্পানী এটাত অনুবাদিকাৰ কাম কৰি আছিল। বাতৰি কাকত এখনত বিয়া বিষয়ৰ জাননী এখন ওলোৱাৰ কেইমাহমান পিচতেই ছোৱালীজনী অন্তৰ্দ্ধান হৈছে।"

এই কথা শুনিও কৰ্ফৰ মুখৰ ছবিৰ কোনো সাল-সলনি হোৱা দেখা নগ'ল। সেই কাঠ হাঁহিটো তেওঁৰ ওঁঠত বিৰিঙিয়েই আছিল।

"তাৰ পিচত আমি ৰিচমণ্ডৰ পত্নীৰ ফটো এখন ৰেডিঅ' ফটোগ্ৰাফযোগে হামবাৰ্গলৈ পঠিয়ালো। হামবাৰ্গৰ প্ৰকাশক কোম্পানীৰ মালিকে সেই ফটোখন মেইনাৰৰ ফটো বুলি চিনাক্ত কৰিলে।"

কৰ্ফে মূৰ জোকাৰি ক'লে—"এই কাৰণতেই জবানবন্দী ল'বৰ কাৰণে মোক ইয়ালৈ ধৰি অনাৰ কোনো যুক্তিযুক্ততা মই দেখা নাই।"

মেইনাৰ বিস্ময়াভিভূতা হৈ কৰ্ফলৈ চাই আছিল। কৰ্ফৰ এই উত্তৰ শুনি তেওঁ কেনলৈ চালে। দুয়োজন মানুহে যেন মুখাহে পিন্ধি লৈছে মেইনাৰে তেনেকুৱা অনুমান কৰিলে। কেনে অন্যমনস্কভাৱে টেবুলত থকা কাগজ-পত্ৰবোৰ লিৰিকি বিদাৰি আছিল—যেন সেই কাগজবোৰ অদৰ্কাৰীহে। তাৰ পিচত তেওঁ কৈ গ'ল—

"অকল সেয়েই নহয় কৰ্ফ ডাঙৰীয়া; আপোনাক ইয়ালৈ অনাৰ আৰু বহুত কাৰণ আছে। আপোনাৰ লগত আমি টেপ ৰেকৰ্ডিং কিছু পাইছিলো। তাৰে এখন ৰেকৰ্ডৰ মাত আপোনাৰ। আনখন ৰেকৰ্ডৰ মাত আপুনি ৰিচমণ্ডৰ বুলি কৈছিল। কিন্তু ৰিচমণ্ডৰ পৰিবাৰে কয় যে সেয়া তেখেতৰ স্বামীৰ মাত নহয়।" এইবুলি কৈ জিজ্ঞাসু দৃষ্টিৰে কেনে কৰ্ফলৈ চালে।

কৰ্ফ নিমাত হৈয়েই থাকিল। তেওঁ হাত দুখন যোৰকৈ লৈ চকীখনতেই বহি থাকিল। কাঠৰ পুতলাৰ দৰে স্থিৰ হৈ এক উদাসীন দৃষ্টিৰে তেওঁ বেৰলৈ চাবলৈ ধৰিলে।

কেনে কৈ গ'ল—"তদন্তৰ সময়ত পুলিচে ৰিচমণ্ড ডাঙৰীয়াৰ নিজা গলৰ টেপৰেকৰ্ডিং এখন জব্দ কৰিলে। এখন ভোজ মেলত ভাষণ দিওঁতে ৰিচমণ্ডে কোৱা কথাৰ সেই টেপ ৰেকৰ্ডিং ৰাখি থোৱা হৈছিল। এই দুয়োখন ৰেকৰ্ডকেই আমি মাত-কথা বিশেষজ্ঞ এজনলৈ পৰীক্ষাৰ কাৰণে পঠিয়াইছিলো। পৰীক্ষকে ৰিচমণ্ডৰ পত্নীৰ কথাকেই সমৰ্থন কৰি অভিমত দিছে যে আপোনাৰ লগত পোৱা ৰেকৰ্ডখনৰ মাত ৰিচমণ্ডৰ নহয়। সেইটো মাত আপুনিয়েই কেৰিকেচাৰ কৰি উলিয়াইছিল। বিশেষজ্ঞসকলে আদালতত এই কথা প্ৰমাণ কৰিব।"

এণ্টন কৰ্ফ বহা ঠাইতে যেন জয় পৰি গৈছে মুহূৰ্তৰ কাৰণে তেনেকুৱা দেখা গ'ল। ক্ষন্তেক পিচতেই আকৌ সুস্থিৰ হৈ কেনক ক'লে ঃ—"আইন-আদালতত সদায়েই এজন বিশেষজ্ঞৰ কথা মিছা বা ভুল বুলি আন এজন বিশেষজ্ঞই অভিমত দিয়ে। এটা পক্ষই যদি মানুহৰ মগজৰ বিকৃতি আছে বুলি মনোবৈজ্ঞানিক এজনক সাক্ষী হিচাপে আনি হাজিৰ কৰে, আনটো পক্ষই আন এজন বিশেষজ্ঞ আনি তাৰ ঠিক ওলোটাটোহে প্ৰমাণ কৰে। গতিকেই ফিজ দিলেই আপোনাৰ বিশেষজ্ঞৰ কথা ওলট-পালট কৰিবলৈ মই আৰু বহুতো বিশেষজ্ঞ পাম।"

কেনে ওঁঠ-দুটা কামুৰি খুব নিবিষ্টচিত্তে কৰ্ফে কোৱা কথাষাৰৰ তাৎপৰ্য ভালদৰে ভাবি চালে। তাৰ পিচত অলপ গম্ভীৰভাৱে ক'লে "আইনৰ বেলিকা বহুত গণ্ডগোলীয়া কথাৰ সৃষ্টি হয় সঁচা। কিন্তু মোত-বোল আৰু শব্দাদি চিনাক্তকৰণৰ সময়ত সেই আশংকালবোৰ বহুত কম হয়। কিয়নো এই বিষয়টোৰ নিষ্পত্তি কৰিবলৈ বিজ্ঞানসন্মত বহুত তথ্য আছে।"

তাৰ পিচত ফাইলত থকা কাগজপত্ৰ কিছুমান পঢ়ি চাই কেনে আকৌ কৈ গ'ল—"বেলেগ বেলেগ মানুহৰ মাত-কথাত বেলেগ বেলেগ শব্দ,.সুৰ আৰু স্পন্দন বাহিৰ হয়। এজন মানুহৰ মাত-কথা আন এজন মানুহৰ মাত-কথাৰ লগত কেতিয়াও একে নহয়। আজিকালি এই মাত-কথাৰ পাৰ্থক্য বাহিৰ কৰিবলৈ বৈজ্ঞানিক বহুত পন্থা বাহিৰ হৈছে। এনেকুৱা কিছুমান পদ্ধতি বাহিৰ হৈছে যে মানুহৰ কথা-বাৰ্তাবোৰৰ ফটো পৰ্যন্ত লৈ সেইবোৰ কাৰ্ডিঅ'লজিৰ নিচিনাকৈ

চাৰ্ট এখনত উঠাব পৰা যায়। এই পদ্ধতিৰেই ৰিচমণ্ড আৰু আপোনাৰ গলৰ মাত-কথা মিলাই চোৱাত দেখা গ'ল যে দুয়োখন টেপৰেকৰ্ডিং একেজন মানুহৰ গলৰ নহয়।"

নিতুকে আৰু কিছু গহীন যেন দেখুৱাই কেনে গৈ গ'ল—"মোকৰ্দমা এটা সজাই-পৰাই অভিযোগ পত্ৰ দিবৰ সময়ত পুলিচৰ কাৰণে পৰোক্ষ আৰু বিজ্ঞানসন্মত সাক্ষ্য অতি মূল্যবান অস্ত্ৰ। জুৰিৰ সভ্যসকলে অৱশ্যে ঘটনা দেখা সাক্ষীহে বেছিকৈ বিচাৰে। সেই বিষয়েও আমি ঠিক কৰি থৈছো। ঘটনা দেখা সাক্ষীও আমি একাধিকজন পাইছো।"

মুখত এটা বন্ধুত্বৰ হাঁহি লৈ তেওঁ মেইনাৰলৈ চাই সুধিলে—"আপোনাৰ এজন বন্ধু আছে নহয়?"

মেইনাৰ আচৰিত হৈ সুধিলে—"আপুনি কি সুধিছে?......মোৰ এজন বন্ধু আছে?"

কেনে এই কথাৰ এষাৰো উত্তৰ নিদিলে। তেওঁ দুৱাৰমুখত থিয় হৈ থকা চিপাহীটোক কিবা এটা ইঙ্গিত দিলে মাত্ৰ। চিপাহীটো বাহিৰলৈ ওলাই গ'ল। অলপ পিচতেই ৰিচমণ্ডৰ জাহাজত কাম কৰা জেমেইকান চাকৰ এটাক কোঠালিটোৰ ভিতৰলৈ লৈ আহিল। তাক তাত দেখি মেইনাৰ অতি আচৰিত হ'ল। এই চাকৰজনৰ নাম আছিল জন টমাচ।

টমাচক তাত দেখি কৰ্ফৰ মুখৰ চেহেৰা কেহেঁৰাজ এটা যেন হ'ল। চকীখনতেই গাটো লৰাই তেওঁ হেলনীয়াহে বহিল।

কেনে টমাচলৈ চাই ক'লে—"তুমিতো এই ঘটনা সম্বন্ধে নিজে জনা কথা কেইটামান কম বুলি নিজেই আগবাঢ়ি আহিছিলা। তুমি কোৱা কথাখিনি আমাৰ সকলোৰে আগত আকৌ কোৱাচোন বাৰু!"

টমাচে কেনলৈ চাই একেলেথাৰিয়ে এইদৰে কৈ গ'ল—

"শনিবাৰে ৰাতি দহ বজাৰ অলপ আগতে মোৰ গৰাকী ৰিচমণ্ড আৰু মেমচাহেবৰ বাবে আন দিনাৰ দৰেই মই চাহ বাকিছিলো। চাহ কৰা কোঠালিটোলৈ কৰ্ফ সোমাই আহিল। তেওঁৰ যেন কিবা কথাত খং উঠি আহিছে তেনেকুৱা দেখা গৈছিল। তেওঁ মোক ক'লে যে চাহৰ ৰং কম হোৱাৰ কাৰণে ৰিচমণ্ডে সদায় খং কৰে। সেই কাৰণেই চাহৰ ৰং ঠিক হৈছে নে নাই নিজেই পৰীক্ষা

কৰি চাবলৈ আহিছে। ডাঙৰ যিটো কাপত মোৰ গৰাকীয়ে সদায় চাহ খাইছিল সেই কাপটোতেই কৰ্ফে চাহ কিছু ঢালিলে। চাহৰ কাপ প্লেট য'ত আছিল, সেইখিনি যাতে মই নেদেখো তেনেভাৱে তেওঁ মোক আঁৰ কৰি থিয় হ'ল। মই বুজিলো যে তেওঁনো কি কাম কৰিছে সেইটো মই চোৱাতো তেওঁ ভাল নেপায়। কিন্তু তথাপি অলপ একাষৰীয়াকৈ থিয় হৈ মই সকলো চাই থাকিলো। জেপৰ পৰা তেওঁ কিবা এটা বাহিৰ কৰিলে। কাপটোত সেইটো তেওঁ পেলাই দিলে। তাৰ পিচত চামুচেৰে চাহখিনি লৰাই দিলে। তাৰ পিচত ক'লে যে চাহ-খিনিৰ ৰং এইবাৰ ঠিক হৈছে। তেতিয়া চাহখিনি ৰিচমণ্ডক দিবলৈ লৈ যাবলৈ মোক আদেশ দিলে।"

ইন্সপেক্টৰে তেওঁক সুধিলে—"কৰ্ফৰ সেই কাৰ্যত তুমি সন্দেহান্বিত হোৱা নাছিলা জানো?"

চাকৰটোৱে মূৰ জোকাৰি ক'লে—"তেতিয়া মই একো সন্দেহকেই কৰা নাছিলো দেউতা। আগতেও তেনেকুৱা দুই-এটা ঘটনা ঘটিছিল। কেতিয়াবা কেতিয়াবা গৰাকীয়ে দৰব নোখোৱা হয়। তেতিয়া কৰ্ফেই সেই দৰব গৰাকীৰ পানীৰ লগত মিহলাই দিছিল। কিন্তু যেতিয়া এই হত্যাকাণ্ডৰ কথা মই খবৰ কাগজত পঢ়িলো তেতিয়াহে সেই কথা মোৰ মনত খেলালে।"

"কিন্তু তুমি এই কথা ব্যক্ত কৰিবলৈ ইমান পলম কৰিলা কেলেই?"

চাকৰটোৱে নম্ৰভাৱে ক'লে—"ভয়তে মই এই কথা কোৱা নাছিলো। বৰ অ·াচৰিত ধৰণৰ ঠাই এখনত মই আছিলো। পুলিচলৈও ভয় কৰিছিলো। কিন্তু অৱশেষত মই আহি সকলো কথা ক'বলগীয়া যে হ'ব সেই কথা মই জানিছিলো। সেই কাৰণেই আপোনালোকৰ ওচৰ পাইছোহি।"

"টমাচ, তুমিনো কিহৰ কাৰণে মোৰ এই মহান উপকাৰ কৰিবলৈ আহিলা?" মেইনাৰে তাক সুধিলে।

চাকৰটোৱে নম্ৰভাৱে ক'লে—"এদিনাখন ভাত খোৱা থাল এখনেৰে গৰাকীয়ে মোক মাৰিছিল। ডাষ্টবিনত মূৰ সুমাই লেতেৰা হোৱা জধলা কুকুৰ এটাৰ নিচিনাই হৈ পৰিছিল মোৰ অৱস্থা। কিন্তু সেই অৱস্থাত আপুনি মোৰ গাত হাত বুলাই মোক মৰম কৰিছিল। মানুহ হিচাপে আপুনি মোক ব্যৱহাৰ কৰিছিল। সেই কথা ভাবিলে এতিয়াও মোৰ আনন্দত চকুপানী ওলায়।"

কেনে জিজ্ঞাসু দৃষ্টিৰে চাকৰটোক সুধিলে—"ৰিচমণ্ডৰ মৃত্যুৰ পিচত কৰ্ফে সন্দেহজনকভাৱে চলাফুৰা কৰিছিল নেকি বাৰু?"

"তেওঁ মোক বৰ মৰমেৰে ব্যৱহাৰ কৰিছিল। মাজে-সময়ে টকা-পইচাও দিছিল। তেনেকুৱা ভাল ব্যৱহাৰ তেওঁ আগেত কেতিয়াও মোক কৰাই নাছিল।"

"ধন্যবাদ, তোমাক আৰু আন সুধিবলগীয়া কথা নাই।" ইন্সপেক্টৰে ইংগিত দিয়াত টমাচক তাৰ পৰা বাহিৰলৈ লৈ যোৱা হ'ল।

মেইনাৰে সি যোৱালৈকে চাই থাকিল। তেওঁ মুখেৰে কিবা এটা ক'ব খুজিছিল। কিন্তু একো কথাই বাহিৰ নহ'ল।

কৰ্ফে কাঠ হাঁহি এটা মাৰি ক'লে—"ইন্সপেক্টৰ চাহেব! এইবোৰ লৰা-ধেমালি যেনহে লাগিছে। জেৰা কৰিলে এই মানুহজনে কি ক'বগৈ আপুনি জানিছেনে বাৰু! তেওঁ নিজেই কৈ গৈছে যে গৱাকীয়ে দৰব নেখালে মই নিজে দৰব মিহলাই প্ৰায়েই খুৱাইছিলো। গতিকে কোনদিনা চাহৰ লগত দৰব মিহলাই দিয়া হৈছিল সেই কথা তেওঁ নিৰ্ভুলভাৱে ক'ব পাৰিব জানো?"

কেনে কৰ্ফৰ কথালৈ কাণষাৰেই নিদিলে।

তাৰ পিচত কিবা এটা মনত পৰাৰ দৰে কেনে কৈ উঠিল—"এৰা এতিয়াহে মনত পৰিছে। ৰ'বদেই অলপ। তেওঁ বহাৰ পৰা উঠিল আৰু টেপৰেকৰ্ডাৰটো আনি কৰ্ফৰ আগত থৈ ক'লে, "আপুনি টেপৰেকৰ্ডিঙৰ কথাবোৰ বৰ ভাল পায়, নহয়নে? আপোনাক ইয়াৰ কেইখনমান ৰেকৰ্ড বজাই শুনাওঁ ৰ'বদেই? মহিলাসকলক ৰখা হাজোতত এই ৰেকৰ্ডিংবোৰ লোৱা হৈছিল। এই ৰেকৰ্ডিঙৰ কথা-বতৰা ৰিচমণ্ডৰ পত্নী আৰু আপোনাৰ মাজতেই যে হৈছিল সেই বিষয়েও প্ৰমাণ কৰিবলৈ মই সাক্ষী ৰাখি থৈছো।"

কৰ্ফ চকীৰ পৰা উঠি থিয় দিলে। তাৰ পিচত ক'লে—"ই অসম্ভৱ! এই কথা হ'বই নোৱাৰে। আপোনালোকে বিৰাট জুৱাচুৰি খেলিছে।"

"কেনেকৈ অসম্ভৱ হ'ব কৰ্ফ ডাঙৰীয়া? আপুনি ভাবিছে আপুনিয়েই বেছি চালাক। ৰিচমণ্ডৰ পত্নীৰ লগত হাজোতত কথা কোৱাৰ আগতে কোঠালিটোত ক'ৰবাত লুকাই থোৱা মাইক্ৰফ'ন আছেনে নাই আপুনি খুব ভালদৰে পৰীক্ষা কৰি চোৱা নাছিল জানো? পিচে ইলেক্ট্ৰনিক্‌ছৰ ব্যৱহাৰৰ কথা আপুনি যে ভালদৰে নেজানে সেই কথাৰ প্ৰমাণ পোৱা গ'ল। ৰিজনেন্‌চৰ সূত্ৰত কাম

কৰা কণ্টেক্ট মাইক্ৰফ'ন এটা আমি ব্যৱহাৰ কৰিছিলো। ওচৰৰ আনটো কোঠালিত এই মাইক্ৰফ'নটো আঁৰি থোৱা আছিল। এতিয়া বাৰু মই ৰেকৰ্ডখিনি আপোনাক বজাই শুনাম।"

ৰেকৰ্ডিং মেচিনটো বাজিবলৈ ধৰিলে। তাত মেইনাৰ আৰু কৰ্ফৰ মাজত হোৱা কথোপকথন বাজি উঠিল।

কৰ্ফৰ মুখ শেতা পৰিল। ভৰি দুখন দুৰ্বল হৈ কঁপি উঠিল। চকীখনত তেওঁ আঁউজি বহি পৰিল।

"আপুনি আৰু শুনিব খুজিছে নেকি কৰ্ফ ডাঙৰীয়া? বজাবলৈ এতিয়াও ভালেখিনি বাকী আছেই।"

কৰ্ফে মূৰ জোকাৰিলে। কেনে ৰেকৰ্ডাৰটো বন্ধ কৰি দিলে। ৰেকৰ্ডাৰটো বন্ধ কৰাৰ লগে লগে কৰ্ফে এটা পৈশাচিক হাঁহি মাৰিলে।

কেনে সুধিলে—"এই পৰিবেশটো বৰ আচৰিত যেন লাগিছে নেকি কৰ্ফ ডাঙৰীয়া?"

"ঘটনাচক্ৰৰ যোগসূত্ৰৰ কাৰণেহে মোৰ হাঁহি উঠিছে। ধ্বংসপ্ৰাপ্ত নগৰ এখনৰ আঁতি-গুৰি নথকা এজনী সামান্য ছোৱালী, নগণ্য নিগ্ৰো চাকৰ এটা, এটা সাধাৰণ চিপাহী এই আটাইবোৰেই এজন শ্ৰেষ্ঠ মানুহৰ জীৱন নষ্ট কৰিবলৈ ওলাইছে।"

কেনে একো উত্তৰ নিদিলে। তেওঁ চিপাহীটোক ইংগিত এটা দিলে মাত্ৰ। চিপাহীটোৱে কৰ্ফক কোঠালিটোৰ পৰা বাহিৰলৈ লৈ গ'ল। কৰ্ফে অকণো আপত্তি নকৰিলে।

ওচৰৰে চকী এখনত বহি বিস্ময় বিমুগ্ধ হৈ জুলিয়াছ ক্ৰেইনে সকলো শুনি আছিল। আনন্দ দমাব নোৱাৰি তেওঁ কৈ উঠিল—"মেইনাৰ, তুমি এতিয়া মুক্ত। বুজিছানে নাই! তুমি আজিৰ পৰা মুক্ত।"

মেইনাৰে কেনলৈ চালে। বেচেৰী তেতিয়াও কিংকৰ্তব্যবিমূঢ়া হৈয়েই আছিল। তেওঁ কেনক সুধিলে—"ইমান খা-খবৰ, সাক্ষ্য-প্ৰমাণ আৰু টেপৰেকৰ্ডিং আপোনাৰ হাতত থকা সত্ত্বেও আপুনি মোক এইদৰে প্ৰশ্ন কৰি জ্বলাকলা কৰিছিল কেলেই বাৰু?"

"আপোনাৰ কোৱা কথাৰ লগত কৰ্ফে কোৱা কথা মিলাই চাবৰ দৰকাৰ হৈ

পাৰিছিল। আপুনি এই হত্যাকাণ্ডত কৰ্ত্তৰ সহযোগী হয়নে নহয় এই কথাৰ প্ৰমাণ কৰিবলৈ মই সেই পন্থা অৱলম্বন কৰিছিলো।"

মেইনাৰে আগ্ৰহেৰে সুধিলে — "তেনেহ'লে মই এতিয়া মুক্ত নেকি ইন্সপেক্টৰ চাহেব?"

এৰা, আপুনি হত্যাকাণ্ডৰ অপৰাধৰ পৰা মুক্ত। কিন্তু মৰাশটো ফাকি দি বে-আইনীভাবে কঢ়িয়াই অনা দোষৰ অভিযোগ আপোনাৰ ওপৰত এতিয়াও আছে। বদ্‌মাচ মানুহ এজনৰ লগত পৰিছে আপুনি এই কাৰ্যত লিপ্ত হ'বলগীয়া হৈছিল কাৰণে বিচাৰকে হয়তো আপোনাক মৰমেৰে চাব।"

"কিন্তু তাৰ পিছত মোৰ কি হ'ব?" মেইনাৰে সুধিলে।

"সেই বিষয়ে মই একো ক'ব নোৱাৰো।"

জুলিয়াছে মৰমেৰে মেইনাৰৰ বাহুত ধৰি ক'লে :— "তাৰ পিচত তুমি আৰু মই..... ।"

"আজীৱনলৈ নহয় জানো?"

"তুমি যদি সেইটোকেই ইচ্ছাকৰা তেনেহ'লে ...........

— অন্ত —

## লিখকৰ অন্যান্য কিতাপ

১। **আদালতৰ কাহিনী** — আদালতত বিচাৰ হোৱা লোমহৰ্ষক হত্যাকাণ্ড, ছোৱালী অপহৰণ আদি মোকৰ্দমাৰ বিৱৰণ ইয়াত পাব।

২। **ভূতৰ দেশত** — ভূত প্ৰকৃততে আছে জানে? প্ৰকৃত ৰহস্য সেই প্ৰশ্নটোতহে আছে।

৩। **আদালতৰ কথা** (ছপা হৈ আছে)।
আদালতত দৈনিক কি ঘটে? পুলিচ, কোৰাণী, উকীল, মহৰী আদিৰ জীৱননো কেনেকুৱা? সাক্ষীক জেৰা কৰা নিয়মেই বা কি।

---